প্ৰকাশক
শ্ৰীনৃপেন্দ্ৰ নাৰায়ণ দত্ত বৰুৱা
লয়াৰ্চ বুকষ্টল
প্ৰকাশণ বিভাগ
পানবজাৰ : গুৱাহাটী

প্ৰথম প্ৰকাশ ১৯৭৬ চন

অৱিহনা : আঠ টকা মাত্ৰ

ছপাওঁতা :
কমলা পাণ্ডা
আদি-মুদ্ৰণী
৭১, কৈলাস বোস ষ্ট্ৰীট
কলিকাতা-৬

আগ কথা—

কোনোবা লিখক এজনে লিখিছিল—"অসমীয়া একাংকিকা নাট গাৱঁলীয়া পাতল ৰসিকতা পূৰ্ণ দুৰ্ব্বল আখ্যান এটি লৈ ৰচিত প্ৰহসন জাতীয় নাট।" কথাষাৰ সম্পূৰ্ণ অসত্য নহয়। অসমীয়া একাংকিকা নাট বুলিলে এতিয়া স্কুল কলেজীয়া লৰা ছোৱালীৰ মাজতে আবদ্ধ। যিহেতুকে এইবোৰ নাটৰ লিখক পৰিচালক তথা অভিনেতা-অভিনেত্ৰী সকলক সমাজৰ এচাম বুদ্ধিজীবিয়ে আজিও আদৰি লব খোজা নাই, সেয়ে এইবোৰ নাটে জনপ্ৰিয়তা লাভ কৰিলেও অপৈনত অৱস্থাতে আছে।

আজি এচাম ডেকা লিখক-পৰিচালক আৰু প্ৰযোজকে উদ্দেশ্যধৰ্মী নাট ৰচনা আৰু প্ৰযোজনাৰ ক্ষেত্ৰত উঠি পৰি লাগিছে। এয়া অতিকে শুভলক্ষন। আন দেশত ফেন্টাচি, মনস্তাত্বিক, বুৰঞ্জীমূলক আনকি এবচাৰ্ড একাঙ্কিকাৰ যদি জন্ম হব পাৰে আমাৰ ইয়াতে হব নোৱাৰিব কিয়?

মোৰ এইবোৰ নাটক প্ৰহসনজাতীয় নাটৰ ভিতৰত পৰিছে নে উদ্দেশ্যধৰ্মী পৰীক্ষামূলক একাঙ্কিকাৰ ভিতৰত পৰিছে তাৰ বিচাৰ সমাজৰ শ্ৰেষ্ঠ সুধী ৰাইজৰ ওচৰত। নাট কেইখনে যদি অসমীয়া একাংকিকাৰ এখুদমানো অভাৱ পূৰণ কৰিব পাৰে তেতিয়াহলে লিখকৰ কষ্ট লাঘৱ হব।

বিনোদ শৰ্মা

## ক্ষুধা

১৯৭০ চনৰ গোৱালপাৰা শাখা প্ৰতিযোগিতাত "বঙ্গাই গাওঁ আৰ্টচ প্লেয়াচে" নাটখন মঞ্চস্থ কৰে। প্ৰতিযোগিতাত শ্ৰেষ্ঠ নাট, শ্ৰেষ্ঠ দল, শ্ৰেষ্ঠ পৰিচালক, আৰু শ্ৰেষ্ঠা অভিনেত্ৰীৰ পুৰস্কাৰ লাভ কৰে।

১৯৭০ চনৰ সদৌ অসম একাংকিকা নাট প্ৰতিযোগিতাত গোৱালপাৰা শাখাৰ হৈ "বঙ্গাই গাওঁ আৰ্টচ প্লেয়াচে" নাটখন নিবেদন কৰে। প্ৰতিযোগিতাত দ্বিতীয়া শ্ৰেষ্ঠা অভিনেত্ৰীৰ সন্মান লাভ কৰে।

বঙ্গাই গাওঁ বীৰঝৰা ছোৱালী হাইস্কুলৰ সাহাৰ্য্যাৰ্থে নাটখন "বঙ্গাই গাওঁ আৰ্টচ প্লেয়াচে" নিবেদন কৰে।

নাটখন "আমাৰ প্ৰতিনিধি" ১১শ বছৰ ৩য় সংখ্যা, কাতি মাহ, ১৮৯২ শক প্ৰকাশিত।

চৰিত্ৰ সমূহ:

দেৱকুমাৰ।

বিবেকানন্দ।

ভবানন্দ।

বেথাৰাম।

ৰামানন্দ।

বলীন।

বিপুল।

চপলা।

### নাটৰ পৰ্য্যালোচনাঃ

ৰূপম: ৩য় বছৰ: ৩য়/৪ৰ্থ সংখ্যা ...নাটখনৰ ৰচনা শৈলী সুন্দৰ আৰু মৌলিক কাহিনীৰ ক্ষেত্ৰত এক সাহসিক প্ৰচেষ্টা। নতুন আৰু পুৰনিৰ সংঘৰ্ষ, সমাজ আৰু দেৱলোকত শিপোৱা দুৰ্নীতিৰ সমালোচনা, আজিৰ যুগত সকলো নিজৰ স্বাৰ্থৰ বাবেই অন্ধ— আৰু বিবেকৰ মৃত্যু—এয়ে নাটৰ কব লগীয়া কথা।...নাটখনত নোপোৱাৰ বেদনা বেছি হোৱা বাবে ঐতিহাসিক সত্য অতি সুন্দৰ ভাবে প্ৰকাশ পাইছে। Conflict of ends and means দেখুৱাত লেখক সফল হৈছে।...

নতুন অসমীয়া: ২১ জানুৱাৰী, ১৯৭০ চন।...নাটখনিৰ মৌলিক উপাদান সুন্দৰ। নাটখনিৰ মাজেদি এক

নতুন সমাজবাদ প্ৰতিষ্ঠাৰ-ইঙ্গিত দিবলৈ চেষ্টা কৰা হৈছে। মানুহৰ বিপ্লৱী সত্বাক ভাবৰ যোগান ধৰি শ্ৰেণী-সংঘাতৰ সৃষ্টি কৰিব পাৰিলেহে নতুন সমাজবাদ প্ৰতিষ্ঠা সম্ভৱ হব…! নাটখনিৰ ৰচনা ৰীতি আৰু সুস্থ সংলাপন প্ৰয়োগত নাট্যকাৰৰ কলাত্মক প্ৰতিভাৰ পৰিচয় পোৱা যায়।…






মঞ্চ পৰিচিতি ঃ

আঁৰ কাপোৰ উঠাৰ লগে লগে দেখা যাব এটি চাৰিকোনীয়া খুঁটা। তাত সাৰি থোৱা আছে তিনিখন জাননী ফলি। এখন আছে প্ৰেক্ষাগৃহৰ পিনে নিৰ্দ্দেশ কৰি, অইন এখন আছে মঞ্চ আৰু প্ৰেক্ষাগৃহক দুভাগ কৰি, আৰু বাকীখন আছে মঞ্চক নিৰ্দেশ কৰি। প্ৰেক্ষা গৃহক নিৰ্দেশ কৰা খনত লিখা আছে 'মৰ্ত্য'। মঞ্চ আৰু প্ৰেক্ষাগৃহক দুভাগ কৰা খনত লিখা আছে "সীমা ৰেখা"। মঞ্চক নিৰ্দেশ কৰা খনত লিখা আছে 'স্বৰ্গ'। খুটাটো মঞ্চৰ শেষৰ পিনৰ পৰা ১/৪ অংশত বহুৱালে ভাল হব।

স্বৰ্গ লৈ থোৱা এটি ৰাস্তা। ৰাস্তাৰ কাষত দেখা যায় এটি মাইল পোষ্ট। তাত লিখা আছে 'অমৰাৱতী ১০১ কি: মি:'। এটি প্ৰকাণ্ড শিল। কেইটামান চন্তৰী-খুঁটা। শিলৰ ওপৰত বহি আছে দেৱকুমাৰ। সুন্দৰ ডেকা লৰা এটি। পিন্ধনত পেণ্ট চাৰ্ট। গলত টাই। মূৰত ফেলট হেট। মুখত চিগাৰেট।

নাটৰ আৰম্ভনিতে 'স্বৰ্গত' লাইট জ্বলি থাকিব। 'মৰ্ত্য' অন্ধকাৰ হৈয়ে থাকিব। স্বৰ্গৰ পৰা ইংলিচ বাদ্য যন্ত্ৰৰ মূৰ্চ্ছনা ভাহি আহি থাকে। লগতে ভাহি আহে বিক্সা মটৰৰ হৰ্ণ, জনতাৰ কোলাহল, লগতে এটি মাইকৰ বিকট চিঞৰ।

মাইকৰ চিঞৰ বাখৰ, মটৰ গাড়ীৰ হৰ্ণ, জনতাৰ কোলাহল, ইংলিচ বাদ্য-যন্ত্ৰৰ মূৰ্চ্ছনাই দেৱকুমাৰৰ মন আপ্লুত কৰি তোলে। চিগাৰেট হুপি হুপি, বাতৰি কাকত এখনৰ ওপৰত চকু ৰাখি তেওঁ তাল ধৰে। মাইকৰ গান শেষ হোৱাৰ লগে লগে ৰেথাৰামে মৰ্ত্যৰ পৰা সোমাই আহে।

প্ৰেক্ষাগৃহৰ সন্মুখত মঞ্চলৈ উঠি যোৱা এখন খট্‌ খটি। খট্‌ খটি খনত গৈ বহে দাড়ি গোফে ভৰাকাৰ ভৱানন্দ। ফটা চিটা পেণ্ট চাৰ্ট। চুলি আউল বাউল। কান্ধত এখন জোলোঙা। জোলোঙাখনত আছে কিছুমান আচবাব —ফুল, ফুলৰ ডাল, এগছ চাকি, দুটিমান চগা, ফটা কাগজ পত্ৰ ইত্যাদি। লাহে লাহে সি মঞ্চৰ ১/৪ অংশত প্ৰৱেশ কৰে।

গাত শুভ্ৰ বসন আৰু ডিঙিত শুভ্ৰ মালা এধাৰি লৈ বিবেকানন্দই ৰেথাৰামৰ কাষত মঞ্চৰ ১/৪ অংশত থিয় দিয়ে। স্বৰ্গৰ গণ্ডগোল, আবাহ সঙ্গীত ধীৰ ধীৰ গতিত চলে। দেৱকুমাৰৰ ভাৱত যতি পৰে।

জনতাৰ সন্মুখত থকা মঞ্চৰ ১/৪ অংশত ৰেথাৰামৰ প্ৰৱেশৰ লগে লগে স্বৰ্গৰ লাইট নুমাই যায়। মৰ্ত্যতে লাইট জ্বলে। দেৱকুমাৰৰ মুখত স্পট লাইট জ্বলে।

বেথাৰাম ॥ [ মৰ্ত্যৰ পৰা বিভ্ৰান্ত বেশেৰে জনতাৰ সম্মুখত থকা মঞ্চৰ এক চতুৰ্থাংশত প্ৰৱেশ কৰে। ] আহ্...আহ্...চাওঁক ৰাইজ, এইখন মোৰ পিঠি। এইবোৰ কেঁচা তেজ। আপোনালোকক অনুৰোধ কৰিছোঁ—আপোনালোকে কেতিয়াও এইবোৰ মচিব নকৰ। এয়া দেৱতাৰ দান। দেৱতাবোৰেই এইবোৰ মচি লৈ যাব। আৰু যদি মচি নিনিয়ে প্ৰতিটো তেজৰ টোপৰ পৰাই জনম পাব এক অক্ষৌহিনী সেনা।

চপলা ॥ [ জনতাৰ সম্মুখত থকা মঞ্চৰ ১/৪ অংশলৈ উঠি আহে। ] আপুনি ইয়ালৈ কিয় আহিছে? বিপ্লৱ কৰিব আহিছে নে—বিপ্লৱৰ ওপৰত চেঁচা পানী চালিবলৈ আহিছে?

বেথাৰাম ॥ চেঁচা পানী চালিবলৈ অহা নাই। আহিছোঁ জুঁই জলাবলৈ। এই জুঁইৰে দেৱতা বিলাকৰ মুখাগ্নি কৰিহে এৰিম।

চপলা ॥ হুঁ মুখাগ্নি কৰিব !...দেহত নাই শক্তি, মুখত হিটলাৰৰ উক্তি।...আঁতৰি যাওঁক, আঁতৰি যাওঁক।

বেথাৰাম ॥ নাযাওঁ।... আপুনি কিয় মাতিছে? এইবোৰ মানুহে মোক কিয় মাতিছে? যদি মাতিছে মই যাম কিয়? [ বিবেকানন্দৰ ওচৰ চাপি ] কওঁক, এইবোৰ তেজ কি মচিব লাগিব? কওঁক—

চপলা ॥ হুঁ এখেতেই কব লাগে !...... [ চপলাই বেথাৰামক বহুৱাব বিচাৰে, কিন্তু বেথাৰামে নবহে ] বহিবলৈ কৈছোঁ, বহি থাকক।

ৰামানন্দ ॥ [ এনেতে পেটত হাত দি দি ৰামানন্দই জনতাৰ সম্মুখলৈ আহি মঞ্চৰ ১/৪ অংশত প্ৰৱেশ কৰে। বিবেকানন্দক উদ্দেশ্য কৰি কয়। ] আপুনিয়ে কওঁক, মই মোৰ কবিতা সংকলন খন দেৱতাবিলাকক দি দিব লাগিব? গাৰ কাপোৰ দিলোঁ, আহাৰ নিদ্ৰা সকলো দিলোঁ। মাথোন বাকী আছে এই কবিতা সংকলন খন। কওঁক-কওঁক- [ পেটত হাত দি বহি পৰে ]...আহ্, আহ্...

[ দেৱকুমাৰৰ মুখত অস্থিৰতাই দেখা দিয়ে। এবাৰ স্বৰ্গলৈ এবাৰ মৰ্ত্যলৈ চায়। মৰ্ত্যৰ চিত্ৰৰ বাধৰে তেওঁক আমনি দিয়ে। গান-বাজনা ধীৰ গতিত চলি থাকে। ভবানন্দই জনতালৈ মূৰ তুলি চায়। ভবানন্দই কিবা কিবি কৰি থাকে। বিপুলে বেথাৰামক বহুৱাবলৈ চেষ্টা কৰে কিন্তু নোৱাৰে। বিপুল হৈছে এজন এৰিষ্ট্ৰোকেট। উচ্চ ধৰনৰ চাহাবী সাজপাৰ। মুখত পাইপ। বয়স পঞ্চাশ। ৰামানন্দৰ লগত বিপুলেও মঞ্চত প্ৰৱেশ কৰে। ]



বেথা ॥ যেতিয়ালৈকে মোৰ প্ৰতিজ্ঞা পূৰণ কৰিব নোৱাৰোঁ তেতিয়ালৈকে মই এইবোৰ নমচো। কেতিয়াও নমচো।

[ বিপুলে বেথাৰামক আৰু চপলাই ৰামানন্দক আঁতৰাই নিবলৈ চেষ্টা কৰে, কিন্তু তেওঁলোকে আঁতৰি নাযায়। ]

বিবেকানন্দ ॥ আপোনালোকৰ মনে কি বিচাৰিছে মই গম পাইছোঁ। আপোনালোকৰ মনাকাশত উৰিছে দেৱতাবিলাকৰ প্ৰলয়কাৰী ৰকেট। এই ৰকেটে আপোনালোকৰ মনাকাশ চিৰিলা-চিৰিলি কৰিলে। কিন্তু এই আকাশত ৰকেট উৰিব নোৱাৰে, উৰিব লাগিব এযোৰ শান্তিৰ কপৌ চৰাই। কিন্তু ৰাইজ, আপোনালোকক আকৌ সুধিছোঁ—অতীত বুৰঞ্জীত যিটো ঘটিছে তাৰেই পুনৰাভিনয় নকৰে তো?

বলীন ॥ [ মৰ্ত্যৰ পৰা জনতাৰ সম্মুখত থকা মঞ্চৰ ১/৪ অংশলৈ তড়ীত গতিত উঠি আহে। চাহাবী সাজপাৰ। বয়স বাইশ। চপলাৰ বয়স বিশ। সাজ-সজ্জা উচ্চ ধৰণৰ। ৰামানন্দৰ বয়স চল্লিশ। খীন। মাথোন কঁকালত এখন চুৰিয়া থাকে। বেথাৰামৰ বয়স পঞ্চাশ। হোজা গাঁৱলীয়া মানুহ। সাধাৰন সাজপাৰ। ]...আপুনি আমাৰ পৰা কি বিচাৰিছে? লৰা তিৰোতাৰ বলীৰ তেজ নে আমাৰ নিজৰ তেজ?

বিবেকানন্দ ॥ তেজ !......তেজ মই নিবিচাৰোঁ। মই মাথোন বিচাৰোঁ আপোনালোকৰ প্ৰতিশ্ৰুতি। এই প্ৰতিশ্ৰুতিয়ে নিকা কৰি পেলাব এইখন পৃথিবীৰ অবৰ্জ্জনা, নিবাৰণ কৰিব এইখন পৃথিবীৰ ক্ষুধা। আহক ৰাইজ, সকলোৱে আগবাঢ়ি আহক। একেটি প্ৰতিশ্ৰুতিকে সৰোগত কৰি আমি সকলোৱে আগবাঢ়ি যাওঁ আহক। ইনকিলাব—

সকলোৱে ॥ [ বিপুল, বলীন, ৰামানন্দ, বেথাৰাম। ] জিন্দাবাদ।

[ বিবেকানন্দই ইন্‌ক্লাব বোলাৰ লগে লগে মৰ্ত্যৰ লাইট নুমাই যায়। স্বৰ্গ মৰ্ত্য দুয়ো ঠাইতে এন্ধাৰ। মাথোন দেৱকুমাৰৰ মুখত স্পষ্ট লাইট। বিপ্লৱী দলটোৱে জয় ধ্বনি কৰি থাকে। দেৱকুমাৰৰ মুখত অস্থিৰতাই দেখা দিয়ে। ]

বিবেকানন্দ ॥ জনতাৰ দাবী—

সকলোৱে ॥ [ বিপুল, বলীন, ৰামানন্দ, বেথাৰাম ] মানিবই লাগিব।

[ সকলো বিলাকে মঞ্চৰ ৩/৪ অংশলৈ যায়। লগে লগে যায় ভবানন্দ। বিবেকানন্দ সৌ আগত, তাৰ পিচত ক্ৰমে চপলা, ৰামানন্দ, বেথাৰাম,

বিপুল, বলীন, ভবানন্দ। বেথাৰামৰ কান্ধত এখন জোলোঙা। জোলোঙা-খনত আছে খোৱা খাদ্যকে আদি কৰি বহুতো সামগ্ৰী। চপলাৰ হাতত এখন ‘ৰঙা কাপোৰ—’ তাত লিখা আছে— “জনতাৰ দাবী—মানিবই লাগিব—।” দেৱকুমাৰৰ অস্থিৰতা মাৰ যায়, তাৰ ঠাইত ফুটি উঠে— এক কুটিল হাঁহি। স্বৰ্গৰ লাইট জ্বলি উঠে। বিবেকানন্দত বাহিৰে সকলোৰে ভাগৰত লালকাল। ]

বিবেকানন্দ ॥ ৰাইজ! এয়া আমি স্বৰ্গপুৰী পালোহি। এইটো ৰাস্তাৰে গলে আমি অমৰাৱতী পাম। অমৰাৱতী আৰু বহুদূৰ। কিন্তু ইতিমধ্যে সকলোৰে ভাগৰি পৰিছে।

ৰামানন্দ ॥ [ পেটত হাত দি শিলটোৰ কাষত বহি পৰে ] আহ্, বৰ জ্বালা—

বেথাৰাম ॥ [ পিঠিত থকা মোনাখন একাষৰিয়াকৈ থৈ বহি পৰে ] উহ! বৰকৈ পিঠিখন পুৰিছে।

চপলা ॥ পেট পিঠি, হাত-ভৰি লৈ আপোনালোকে বেছ ব্যস্ত হৈ পৰিছে। কিন্তু মন? মনৰ পোৱণিৰ কথা ইমান সোনকালে পাহঁৰিলে ?…আচৰিত!

ৰামানন্দ ॥ [ বমি কৰে ] আক্ আক্ আক্……

চপলা ॥ [ ব্যস্ত ভাৱে ] আহ্ কি অমংগল লগত লৈ আহিছোঁ। অমংগলীয়া কিছুমান। উঠক, পলম নকৰিব। বিপ্লৱৰ জুঁই গোটেই অমৰাৱতীতে বিয়পাই দিওঁ। ইনক্লাব—

[ সকলো বিলাক নীৰৱ। সকলোৰে সকৰুণ দৃষ্টিৰে বেথাৰাম আৰু ৰামানন্দৰ পিনে চাই থাকে। বেথাৰাম আৰু ৰামানন্দ উঠিবলৈ চেষ্টা কৰে। কিন্তু পেটত ধৰি বহি পৰে ৰামানন্দ, আৰু পিঠিত ধৰি বহি পৰে বেথাৰাম। ]

ৰামানন্দ ॥ আহ্, আহ্……

বেথাৰাম ॥ বৰ জ্বালা—বৰ জ্বালা

দেৱকুমাৰ ॥ [ কথাবোৰ দ্ৰুত গতিৰে কৈ যায় ] ক’লৈ যাব ?

[ চপলাই ৰামানন্দ হঁতৰ পিনে বিতৃষ্ণাৰে চাই থাকে। ]

দেৱকুমাৰ ॥ ক’লৈ যাব ? Where are you going ?

চপলা ॥ [ দেৱকুমাৰ ] অ, sorry……মোক সুধিছে ?

দেৱকুমাৰ ॥ yes, yes……আপোনাকে সুধিছোঁ।

চপলা ॥ দেখিছেই নহয়, আমি হলোঁ বিপ্লৱী। বিপ্লৱীৰ পথেই আমাৰ পথ।

দেৱকুমাৰ ॥ বৰ ভাল। বৰ ভাল। ……কিন্তু উদ্দেশ্য ?



চপলা ॥ উদ্দেশ্য ? বিপ্লৱীৰ উদ্দেশ্যই আমাৰ উদ্দেশ্য।

দেৱকুমাৰ ॥ Well, Well……কিন্তু উপঢৌকন ক’তা ?

চপলা ॥ [ আচৰিত হৈ ] উপঢৌকন ?

[ ৰামানন্দই বমি কৰাৰ লগে লগে ভবানন্দই বেথাৰামৰ মোনাখনৰ পৰা পানীৰ মগ এটি উলিয়াই ৰামানন্দৰ মুখৰ আগত ডাঙি ধৰে। ৰামানন্দই বিতৃষ্ণাত মগটো দূৰলৈ দলিয়াই পেলায়। ভয়ত এখোজ পিচুৱাই যায় ভবানন্দ। অলপ পিছতে সভয়ে আগবাঢ়ি আহে ভবানন্দ। জোলোঙা-খনত থকা কিবা বনৌষধ আনি বেথাৰামৰ পিঠিত ঘহি দিব বিচাৰে। বেথাৰামে হাতত থকা টোকনডালেৰে ভবানন্দক মাৰিবলৈ উদ্যত হয়। ইয়াকে দেখি ভবানন্দই সভয়ে আঁতৰি পৰে। দেৱকুমাৰ আৰু চপলাৰ মাজত, ভবানন্দ আৰু ৰামানন্দহঁতৰ মাজত দুয়ো ঠাইতে একেসময়তে অভিনয় চলিব। ]

দেৱকুমাৰ ॥ লোকে কয় দেৱগণে হেনো উপঢৌকন বিচাৰে। মই কিন্তু দেখা নাই।

চপলা ॥ আপুনি দেখা নাই, অমি দেখিছোঁ। বুজিছেনে, বিপ্লৱৰ কামত লাগি থাকোতেই সকলোবোৰ পাহৰিলোঁ।

দেৱকুমাৰ ॥ বৰ বেয়া কাম কৰিলে।……বুজিছেনে, লোকে কয় these are নৈবদ্য, নৈবদ্য। হাঃ হাঃ হাঃ

[ ৰামানন্দ আৰু বেথাৰামৰ আহ্, উহ্, শব্দ ভাহি আহি থাকে। ]

চপলা ॥ নৈবদ্যৰ উপকাৰিতাৰ কথা মই জানোঁ।……চাওঁক, আৱশ্যক অনাৱশ্যকে মোৰ মূৰত ভৰ দি পৰিল। কিছুমান অনাৱশ্যক লগতে আহিল, আৰু কিছুমান আৱশ্যক পৰি ৰ’ল।……বুজিছেনে, মই যেনিবা বিপ্লৱৰ কামত লাগি থাকোতেই পাহৰিলোঁ এওঁলোকেতো কিবা এটি কৰিব পাৰিলেহেঁতেন।

দেৱকুমাৰ ॥ নিশ্চয়, নিশ্চয়।……আপুনি যিটো পাহঁৰিলে বোধহয় এওঁলোকে সেইটো পাহৰা নাই।

চপলা ॥ আশা নাই। এওঁলোকৰ মতে সকলো কাম গা-গছৰ, পাতৰ নহয়।

দেৱকুমাৰ ॥ তেতিয়া হলে পাতৰ ফান্‌চান্ কি ?

চপলা ॥ উঠ্ বুলিলে উঠা, বহ বুলিলে বহা, আৰু কোনোবাই ইন্‌কিলাব। চিঞৰিলে পিচে পিচে জিন্দাবাদ জিন্দাবাদ কৈ চিঞৰি যোৱা।

সকলোৱে॥ [ বিবেকানন্দ, ভবানন্দ আৰু বিপুল নীৰৱ। বাকী সকলোৱে চিঞৰি উঠে। ] বকৱা !

চপলা॥ তেনেহলে বৌমাছ—এঠা-দৈ ক'ত ?

ভবানন্দ॥ [ সভয়ে ] বৌমাছ ! এঠা দৈ !!

দেৱকুমাৰ॥ [ ভবানন্দক] এই পাগল, তই ইয়াত কিয় ? [ ভবানন্দই সভয়ে দেৱকুমাৰৰ পিনেচায় ] stupid idiot......[ ভবানন্দই আঁতকি যায়। চপলাক উদ্দেশ্য কৰি ] বুজিছেনে, ই এক মস্তবাম পাগল। [ অলপ পিছতে ভবানন্দই আকৌ মঞ্চলৈ উভতি আহে । )

চপলা॥ পাগল অকল ইয়ে নহয়, এইবোৰ বিপ্লবীয়েও একোজন সুন্দৰ পাগল। দূৰদৰ্শীতা বোলা গুণ এওঁলোকৰ অকনো নাই।

ৰামানন্দ॥ [ ভঙা ভঙা মাতেৰে। ] অদূৰদৰ্শীতাই আমাক কাৰণে দূৰদৰ্শীতা।

চপলা॥ হুঁ, এয়া কবিতাৰ থলি নহয়, এয়া বিপ্লৱৰ থলি।

বেথাৰাম॥ [ ভঙা ভঙা মাতেৰে। ] এৰা বিপ্লৱৰ থলি। সেয়ে এই থলিত থিয় দি আছে কিছু মান জীয়া বিপ্লবী। জীয়া বিপ্লবী।

চপলা॥ হাঃ হাঃ হাঃ জীয়া বিপ্লবী !

বামনাথ॥ আমি দেৱতাক উপঢৌকন দিব নিবিচাৰোঁ।

বেথাৰাম॥ এৰা, আমি মৰণলৈ ভয় নকৰোঁ।

চপলা॥ কিন্তু বিপ্লবী হলে বহুতো কিবা কিবি কৰিব লগা হব পাৰে।

বামনাথ॥ নিশ্চয়। সেয়ে আজি বেথাৰামৰ পিঠিত কেচা তেজ।

চপলা॥ তেজেৰে ৰণ জিতা নহয়।

বেথাৰাম॥ তিবোতাৰ সজাত নোহোৱা কথাষাৰ সম্পূৰ্ণ সঁচা।

চপলা॥ [ উত্তেজিত হৈ ] What ?

দেৱকুমাৰ॥ বাদ দিয়ক, বাদ দিয়ক...মই যে এইবোৰ কৈছোঁ, আপুনি যে এইবোৰ কৈছে, অকল আমাৰ কাৰণে এইবোৰ কোৱা নাই, কৈছোঁ ক্ষৰ দেম। মুক্তিকামী জনতাৰ কাৰণে।

চপলা॥ নিশ্চয়। মগজ থকা যিকোনো বিপ্লবীয়ে এইটো বুজি পায়।

দেৱকুমাৰ॥ Certainly, Certainly...কেইটামান বৌমাছ, কেই চুঙামান এঠাদৈ, কিমান এটি 'হৰিবল' বস্তু ? কিন্তু সাধাৰণ অন্নগত্যৰ বিনিময়ত পীড়িত জনতাৰ চকুলোঁ যদি চিৰদিনৰ কাৰণে মচ খাই যায়, তাত আপোনালোকৰ লোকচান কি ?



চপলা॥ [ তাচ্ছিল্য ] লাভ লোকচানৰ হিচাব বুজি পায় এই জীয়া বিপ্লবী বোৰেহে।

সকলোৱে॥ [ বিবেকানন্দ, ভবানন্দ আৰু বিপুল নিৰৱ। ] কি ক'লে ?

দেৱকুমাৰ॥ [ চপলাক বাধা দিয়ে ] Do not speak more. Do not speak more....অইনৰ কু সমালোচনাৰ সামগ্ৰী হলেই মানুহ সৰু হৈ নাযায়। মোক কিমানে কিমান কথা কৈছে, মই জানোঁ। সৰু হৈ গৈছোঁ ?... যোৱা নাই। সৃষ্টি, পালন আৰু সংহাৰৰ কৰ্তা, এই ত্ৰিমূৰ্ত্তিৰ যি প্ৰাইভেট চেক্ৰেটাৰী সেই প্ৰাইভেট চেক্ৰেটাৰীয়ে হৈ আছোঁ।

[ বিপুল আৰু বলীনে থিয় দি ৰয়। বলীনৰ মুখত চিগাৰেট। লিপুলে এখন বাতৰি কাকত উলিয়াই লয়। ]

চপলা॥ [ ব্যস্তভাবে ] অ' আপুনি প্ৰাইভেট চেক্ৰেটাৰী !...নমস্কাৰ। [ নমস্কাৰ কৰে। ]

দেৱকুমাৰ॥ [ প্ৰতি সমস্কাৰ কৰি ] নমস্কাৰ।

চপলা॥ বুজিছেনে, মই চিনি জানি নাপাও নহয়। Please do not mind.

দেৱকুমাৰ॥ Oh no, no...আপুনি ইমান চিন্তা কৰিছে কিয় ?

চপলা॥ মাণীক মান কৰাটো কৰ্ত্তব্য। [ বেথাৰাম হঁতক উদ্দেশ্য কৰি ] আপোনালোকে এখেতক নমস্কাৰ কৰক।

ৰামানন্দ। আহ্, আহ্—

চপলা॥ মৰনেই আপোনালোকৰ কাৰনে শ্ৰেয়।

দেৱকুমাৰ॥ Oh let them stay aloof কিমান পৰ্ব্বত পাহাৰ বগাই আহিছে —অলপ জিৰাব দিয়ক।

চপলা॥ জিৰাব খুজিছে চিৰদিনৰ কাৰণে শুই নাথাকিলে কিয় ? মৰ্ত্যৰ ওপৰত ভুইকঁপৰ সৃষ্টি কৰিলে, আৰু এতিয়া সেই ভুইকঁপ মাৰ যোৱাৰ পথত। ...লাভ হব কি ? সেই ভুইকঁপে ফাট মাৰি জোবা লগাব নোৱাৰে। বৰং সেই ফাট বেছিকৈ বহলহৈ যোৱাত সহায়হে কৰিব।...হুঁ ইয়াকে কয় জাগৰণ, বিপ্লব। ...জাগৰণ যদি জীয়াই ৰাখিব নোৱাৰে, বিপ্লৱ যদি জীয়াই ৰাখিব নোৱাৰে তেনেহলে ৰাস্তাই ৰাস্তাই বিপ্লৱ বিপ্লৱ কৈ চিঞৰি ফুৰিছিলে কিয় ?

দেৱকুমাৰ॥ Definitely, Definitely. বিপ্লৱ লাগে, জাগৰণ লাগে আৰু লাগে talent, বুদ্ধি।...চাওক, সৃষ্টিকৰ্ত্তা ব্ৰহ্মা, পালনকৰ্ত্তা বিষ্ণু, আৰু সংহাৰ

কর্ত্তা মহাদেৱ, তিনিও গৈ কৈলাসত বহি আছে আৰু তেওঁলোকৰ সন্মুখত সোমৰস।

বেথাৰাম আৰু ৰামানন্দ ॥ [ আচৰিত হৈ ] সোমৰস ?

দেৱকুমাৰ ॥ আচৰিত হ'ল যে ?

ৰামানন্দ ॥ [ ভঙা ভঙা মাতেৰে। ] দেৱতাই জানো সোমৰস খায় ?

দেৱকুমাৰ ॥ সোমৰস নাখাই কিবা গেলা খাব নেকি ?

ৰামানন্দ ॥ [ ভঙা ভঙা মাতেৰে। ] নহয়, আমি সেইটো কব বিচৰা নাই।

বেথাৰাম ॥ [ ভুকি মাৰি ] দেৱতা ! দেৱতা !! দেৱতা—

দেৱকুমাৰ ॥ দেৱতাৰ ওপৰত ইমান খং কিহৰ ? লোকে কয় দেতৱা বৰ ভাল। লাগে মাথোন পূজা। পূজা দিব, সোমৰসৰ জাল আওঁৰিব, আৰু তাৰ পিছত আপোনালোকৰ স্থান হব সৰগত।

চপলা ॥ [ মুখৰ ভিতৰতে ] সৰগ !

দেৱকুমাৰ ॥ নিশ্চয় সৰগ !...আহিব তো ?

[ সকলোৰে নিমাত।

দেৱকুমাৰ ॥ আপোনালোকে সন্দেহ কৰিছে কিয় ?

চপলা ॥ নাই, নাই, কিবা বেলেগ চিন্তা কৰিছোঁ।

দেৱকুমাৰ ॥ No, No, বেলেগ চিন্তাৰ আৱশ্যক নাই। ত্ৰি-মূৰ্তি গাদিত থাকক, দেৱতাক পূজা দিয়ক, দেখিব—মই দেৱকুমাৰে কৈছোঁ—সৰগৰ দূতে আপোনালোকক অঙহী বঙহীৰ সৈতে ইয়ালৈ লৈ আহিব।

বেথাৰাম্ ॥ [ উত্তেজিত হৈ। ভঙা ভঙা মাতেৰে। ] সৰগ আমাক নালাগে।

চপলা ॥ বিপ্লৱ কৰিছোঁ সৰগ লাভৰ কাৰণে !

ভবানন্দ ॥ [ সভয়ে ] সৰগ লাভৰ কাৰণে ?

চপলা ॥ stupid. [ হাত দাঙি ভবানন্দক মাৰিবলৈ খেদি যায়। হঠাৎ বিবেকানন্দই হোঃ হোঃ কৈ হাঁহি দিয়ে। চপলা আৰু দেৱকুমাৰে বিবেকানন্দৰ মুখৰ পিনে চাই অপ্ৰস্তুত হৈ পৰে। ]

চপলা ॥ আপুনি অট্টহাঁহি মাৰিব পাৰে, কিন্তু মোৰ বিৰুদ্ধে compaign form কৰি বিপ্লৱ বিদ্ৰোহ কোনোটোক্কে কৰিব নোৱাৰে।

[ ভয়ে ভয়ে ভবানন্দৰ পুনৰ মঞ্চত প্ৰৱেশ। ]

বিবেকানন্দ ॥ নিশ্চয় নোৱাৰোঁ। নোৱাৰোঁ নহয় নিবিচাৰোঁ।

চপলা ॥ দুৰ্ব্বলৰ মুখত কথাৰ ফুলজাৰি ফুটেই।



বিবেকানন্দ ॥ মনত ৰাখিব, মই মাথোন বিচাৰোঁ—গুপ্ত অৱস্থাত থাকিবলৈ।

চপলা ॥ আমাৰ সম্পৰ্ক হ'ল বিপ্লৱৰ লগত, আমাৰ সম্পৰ্ক হ'ল নিজ স্বাৰ্থৰ লগত।

বিবেকানন্দ ॥ "আমাৰ" শব্দটোৰে কি বুজাইছে বাৰু ?

চপলা ॥ বিপ্লৱীনী চপলা বৰুৱাকে আদি কৰি বিপ্লৱী বেথাৰামলৈকে এইবোৰ মানুহক।

বিবেকানন্দ ॥ অকল এইবোৰ মানুহকেই ?

চপলা ॥ নিশ্চয়।

বিবেকানন্দ ॥ কিয়, মৰ্ত্যত থকা বোৰ ?

চপলা ॥ সৰগলৈ কোন আহিছে ?

বিবেকানন্দ ॥ আপোনালোক বিপ্লৱীবোৰেই আহিছে। কিন্তু বিপ্লৱী অকল আপোনালোকেই নহয়। মৰ্ত্যত ৰৈ থকা প্ৰত্যেক জন ব্যক্তিয়ে একোজন নিভাজ বিপ্লৱী। যিটো সত্যক আজি আপোনালোকে উপলব্ধি কৰিছে, মৰ্ত্যত থকাবোৰেও সেই একেটি সত্যকে উপলব্ধি কৰিছে। গতিকে এতিয়া 'আমি' 'মই' এইবোৰ শব্দই স্থান পালে কেনেকৈ হব ? আপোনালোকেই তেওঁলোক নহয়, আৰু তেওঁলোকেই জানো আপোনালোক নহয় ?

চপলা ॥ স্বামী-স্ত্ৰীৰ মাজত পাৰ্থক্য আছে, ভাই ভনীৰ লগত পাৰ্থক্য আছে, মাক আৰু সন্তানৰ মাজত পাৰ্থক্য আছে, আৰু আমি বিপ্লৱী—বিপ্লৱীৰ মাজত পাৰ্থক্য থকাটো তেনেই স্বাভাৱিক।

বিবেকানন্দ ॥ সেয়ে আপোনালোক কেতিয়াও তেওঁলোক হব নোৱাৰে ?

চপলা ॥ আৰু, তেওঁলোকৰ পেটত কি ভোক নাই ?

বিবেকানন্দ ॥ নিশ্চয় আছে।

চপলা ॥ কিন্তু ভোকাতুৰকতো কেতিয়াওঁ খাবলৈ ঠেলি দিব নালাগে।

বিবেকানন্দ ॥ নিশ্চয় নালাগে।...তেওঁলোকৰ দৈহিক উপস্থিতি আপোনালোকৰ মাজত নাই—কিন্তু মানসিক সত্বা আপোনালোকৰ মাজত বিৰাজমান। তেওঁলোকৰ বিজয়োল্লাস ধ্বনিয়ে হয়তো এতিয়া আপোনালোকক আগুৱাই দিয়া নাই—কিন্তু তেওঁলোকৰ প্ৰতিশ্ৰুতি আৰু শুভেচ্ছাই আপোনালোকক আগুৱাই যোৱাত সহায় কৰিছে। আজি হয়তো তেওঁলোকৰ মাজত আপোনালোক নাই কিন্তু আপোনালোকৰ প্ৰতিশ্ৰুতি তেওঁলোকৰ মাজত বৰ্ত্তমান।

চপলা ॥ কাকো এই বিপ্লৱীনী চপলা বৰুৱাই প্ৰতিশ্ৰুতি দিয়া নাই।

বিবেকানন্দ ॥ কিন্তু আপুনিয়ে এদিন মৰ্ত্যৰ জনতাৰ আগত কৈছিল—আমি মানুহ হিচাবে জীয়াই থাকিব বিচাৰোঁ—।

[ বিবেকানন্দৰ উক্তিৰ লগে লগে চপলাই খঙত চটফট্ কৰে। ]

চপলা ॥ শ্ৰদ্ধেয় বিবেকানন্দ!

বিবেকানন্দ ॥ 'শ্ৰদ্ধেয়' শব্দটো লগোৱাৰ কোনো আৱশ্যক নাছিল।

চপলা ॥ আচ্ছা। ···বিবেকানন্দ!

সকলোৱে ॥ [ বেথাৰাম, বলীন, ৰামানন্দই চিঞৰি উঠে ] বক্তৃতা!

চপলা ॥ [ বিবেকানন্দক ] আপোনাৰ উপস্থিতি এই বিপ্লৱী বোৰে কামনা—

সকলোৱে ॥ [ বেথাৰাম, ৰামানন্দ আৰু বলীনে চিঞৰি উঠে ] বন্ধ কৰক।

চপলা ॥ [ বেথাৰাম, ৰামানন্দ, বলীন আৰু বিপুলক উদ্দেশ্য কৰি ] আগুৱাই বলক।

ৰামানন্দ ॥ [ ভঙা ভঙা মাতেৰে ] আমাৰ ভৰি আছে কিন্তু মন হেৰাই গ'ল।

চপলা ॥ [ দেৱকুমাৰক ] এই সম্মানিত দেৱকুমাৰ হব পথ প্ৰদৰ্শক আৰু আমি হম বিপ্লৱৰ প্ৰধান সৈনিক।

দেৱকুমাৰ ॥ Certainly, Certainly. দেৱতাৰ কাৰণে পূজাৰ সামগ্ৰী যোগাৰ কৰক, পুৰোহিত এজন ওলাব।

চপলা ॥ [ বেথাৰাম হতঁক ] টকা পয়চা আপোনালোকৰ হাতত যি আছে মোক দিয়ক। উঠক, উঠক।

বেথাৰাম ॥ [ ভঙা মাতেৰে, উত্তেজিত হৈ ] ৰামানন্দই কি ক'লে—মনত নাই?

[ ইপিনে ভবানন্দই ফুলৰ ডাল এটি উলিয়াই তাত ফুল গুজি দিয়াত ব্যস্ত। ফুলটো গুজি দি তেওঁ একধ্যানে কিবা চিন্তা কৰি থাকে। ]

চপলা ॥ [ বেথাৰাম হতঁক উদ্দেশ্য কৰি ] শ্ৰদ্ধেয় বাইজ, চাবুকৰ মাৰ, পেটৰ জ্বালা সাবটি মৰ্ত্যৰ পৰা সৰগলৈ খোজ কাঢ়ি আহিলে। জোতা ফাটিল, কাপোৰ ফাটিল, ভৰি ফুটিল, আৰু ইয়াৰ বহুদিন পূৰ্ব্বেই মনও ফাটিল। ৰাইজ, সেই মন জোৰা লগোৱাৰ সময় আহি পৰিছে।

বেথাৰাম ॥ কেনেদৰে?

ৰামানন্দ ॥ [ উত্তেজিত হৈ ] দেৱতাৰ ওচৰত মানৱতাক বিসৰ্জন দি?

বেথাৰাম ॥ [ চিঞৰি ] সাৰ্থপৰ বিপ্লৱীনী!

চপলা ॥ [ উত্তেজিত ভাৱে ] বেথাৰাম!

দেৱকুমাৰ ॥ Oh no, no,·· do not say more. don't say more.



চপলা ॥ দেৱতাৰ পূজা দিলে মানৱতা বিসৰ্জ্জন দিয়া হয়।

বেথাৰাম ॥ [ মঞ্চৰ ওপৰত হাতেৰে আঘাট কৰে ] দেৱতা! দেৱতা!! দেৱতা—

চপলা ॥ [ চাৰিও পিনে তীক্ষ্ণ দৃষ্টি নিক্ষেপ কৰি ] All right, মই অকলেই দেৱতাৰ ওচৰলৈ যাম।

[ যাবলৈ উদ্যত হয়। এনেতে ভবানন্দই চিঞৰি উঠে। ]

ভবানন্দ ॥ [ চিঞৰি ] সাপ! সাপ!!···

[ চপলাই থিয় দিয়ে। সকলোৱে ভবানন্দলৈ চায়। ]

···[ সভয়ে ] সৌটো, সৌটো, ফুলি থকা ফুলটোৰ তলত—সৌটো···

দেৱকুমাৰ ॥ [ ভবানন্দৰ ওচৰলৈ আহি ] you idiot, আমনি দিবলৈ তই ইয়াত কিয়? Stupid···

[ ভবানন্দই সভয়ে বাহিৰলৈ ওলাই যায়। ]

বিবেকানন্দ ॥ [ দেৱকুমাৰক ] এই মানুহজনৰ বিষয়ে আপুনি কিবা জানে?

দেৱকুমাৰ ॥ আপোনালোকে জানো দেখা নাই?

বিবেকানন্দ ॥ বাৰু, মানুহক ই এনে দৰে আমনি দি ফুৰে কিয়?

দেৱকুমাৰ ॥ what?

বিবেকানন্দ ॥ মোৰ বিশ্বাস আপুনি মানুহজনৰ বহু কথাই জানে।

দেৱকুমাৰ ॥ বুজিছে, এইবোৰ সম্পূৰ্ণ Personal কথা।

বিবেকানন্দ ॥ চাওঁক দেৱকুমাৰ, দেৱলোকৰ এক বিশেষ মৰ্য্যাদা আছে, আৰু ত্ৰিমূৰ্ত্তিৰ আছে এক বিশেষ স্থান।

দেৱকুমাৰ ॥ যিটো সত্য সেইটো মই কবই লাগিব।

বিবেকানন্দ ॥ সত্যৰ নামত আপুনি মিছা কবলৈ দ্বিধাবোধ কৰিব লাগিছিল।

দেৱকুমাৰ ॥ oh no, no···মই মিছা কোৱা নাই।

বিবেকানন্দ ॥ অ; তেনেহলে শুনক—দহবছৰ অতীতৰ কথা। আপোনালোকৰ দেৱতাবোৰে তেখেতক চাকৰি দিছিল। বন বিভাগত, গড়কাপ্তানী বিভাগত। কিন্তু এওঁ চাকৰি নললে। ইয়াৰ পিছতো আপোনালোকৰ দেৱতাবোৰে এখেতক ঋণ দিছিল। মদৰ বেপাৰ কৰিবলৈ, কানিৰ বেপাৰ কৰিবলৈ। কিন্তু এওঁ তাকো নকৰিলে। দেৱতাবোৰক এদিন সুধিলে—

দেৱতাইহে দেৱতাৰ ধৰ্ম্ম ৰক্ষা কৰা নাই কিয়? তেতিয়া দেৱতাবিলাকে কি উত্তৰ দিলে জানে—? উত্তৰ দিলে চাবুকেৰে। চাবুক খাই মানুহটোৱে কিবা এটা কৰিব নিবিচাৰিলে। 'অ' নিবিচাৰিলে নহয়—নোৱাৰিলে।

[ কণ্ঠ ৰুদ্ধ হৈ পৰে। ]

দেৱকুমাৰ ॥ Definitely; পাগলৰ কথাত কোনে মূল্য দিব?

বিবেকানন্দ ॥ সময়ত এদিন এই পাগলামিৰ মূল্য দিবই লাগিব।

দেৱকুমাৰ ॥ মৰ্ত্যত কিন্তু আৰু বহুতো মানুহ আছিল।

বিবেকানন্দ ॥ এতিয়াও মৰ্ত্যত বহুতো মানুহ আছে।

দেৱকুমাৰ ॥ কিন্তু এওঁলোক বৰ্ত্তমান একোজন-সুন্দৰ বিপ্লৱী।

বিবেকানন্দ ॥ বিপ্লৱীৰ পৰাই মানুহলৈ ৰূপান্তৰিত হোৱা নিজ চকুৰেই দেখিলোঁ।

চপলা ॥ আৱশ্যক বোধ কৰিলে চকু দুটি বন্ধ কৰি থব পাৰে।

সকলোৱে ॥ [ বলীন, বেথাৰাম, আৰু ৰামানন্দই চিঞৰি উঠে ] বৰুৱা।

বিবেকানন্দ ॥ হয়তো এই পথকে লব লাগিব বৰুৱা কিন্তু পথ লোৱাৰ আগেয়ে আপুনি বিৰুদ্ধ জনতাৰ আগত পোৱা একাকি কথা আপোনাক আকৌ এবাৰ মনত পেলাই দি যাওঁ। Hoarding money is Crime, when their kith and kin are Suffering from starvation.

"ক্ষুধাৰ আগুন বড় ভয়ানক
ইতিহাস তাই বলবে।
ভেবোনা তোমাদেৰ অনাচাৰ দেশ
চিৰদিন মেনে চলবে।।"

চপলা ॥ [ অস্থিৰ ভাবে ] এইবোৰ মই কেতিয়াও গোৱা না'ছিলোঁ।

বিবেকানন্দ ॥ অৱশ্যে এতিয়া আপুনি এইবোৰ পাহঁৰি যাব পাৰে।

চপলা ॥ কিন্তু পাহঁৰি যোৱাটো মোৰ ধৰ্ম্ম নহয়।

বিবেকানন্দ ॥ [ বেথাৰাম হতঁক দেখুৱাই ] আপোনাৰ কথাৰ সত্য-সত্যতা নিৰুপন কৰিব এইবোৰ মানুহেই।

চপলা ॥ [ থংত ] আপুনি ইয়াৰ পৰা আঁতৰি যাওক।

সকলোৱে ॥ [ বলীন, বেথাৰাম আৰু ৰামানন্দই চিঞৰি উঠে ] আপুনি দেৱলোকলৈ অকলে যাব পাৰে।



বিবেকানন্দ ॥ যিজনী বিদুষীয়ে টকা হোৰ্ডকৰাটো দোষনীয় বুলি অভিহিত কৰিছিল, যিজনী মানুহে দেৱতাৰ অনাচাৰ অত্যাচাৰৰ বিৰুদ্ধে সংগ্ৰাম কৰিম বুলি প্ৰতিশ্ৰুতি দিছিল, স্বৰ্গত বাস কৰাৰ স্বপ্ন দেখিছে, দেৱতাৰ দানেৰে লক্ষপতি হোৱাৰ অভিলাস মনতে পুহিছে।

চপলা ॥ মই বোধ হয় কোনো ভুল কৰা নাই।

বিবেকানন্দ ॥ বিবেকৰ বিচাৰ কিন্তু সকলোৰে কাৰণে এটাই।

চপলা ॥ what does it mean?

বিবেকানন্দ ॥ বিবেকৰ বিচাৰক আবৰি ৰাখে নিজ স্বাৰ্থই।

চপলা ॥ [ খঙত ] Stop it. I will, I will—[ মঞ্চত ঘূৰি ফুৰে। ]

দেৱকুমাৰ ॥ No, No···do n't be excited. অধৈৰ্য্য নহব।

চপলা ॥ নহয়, নহয়, unlucky I am. ভাগ্যহীনা মই। [ কান্দে ]

দেৱকুমাৰ ॥ আপুনি কান্দিছে কেনেই? why—

চপলা ॥ নাই, মই নাকান্দো।

দেৱকুমাৰ ॥ Do n't cry. I am going. Good-day.

[ দেৱলোকৰ পিনে যাবলৈ উদ্যত হয়। ]

চপলা ॥ আপুনি মোক এৰি ক'লৈ যায়?

দেৱকুমাৰ ॥ কিয়—আপোনাৰ দেখোন পাখী আছেই।

চপলা ॥ আছে—কিন্তু ভগা।

দেৱকুমাৰ ॥ বাৰু মই সেই অভাৱ পূৰণ কৰিম। Good day. Good-day.

[ দেৱলোকৰ পিনে প্ৰস্থান কৰে। ]

চপলা ॥ Good-day. Good-day.

ৰামানন্দ ॥ [ বমি কৰে। মঞ্চত পৰি যায়। ] আক্—আক্—

বেথাৰাম ॥ [ মঞ্চত মুৰ পেলাই দিয়ে ] উহ্ উহ্ উহ্—

চপলা ॥ [ ব্যস্তভাৱে দুয়োজনৰ ওচৰলৈ যায়। ] ৰামানন্দ! বেথাৰাম!!

ভবানন্দ ॥ [ দৌৰি আহি পাণীৰ মগটো ৰামানন্দৰ মুখৰ আগত ডাঙি ধৰে। ] আগেয়ে দেহা, তাৰ পিছতহে বেহা।

[ ভিতৰত তিনিবাৰ প্ৰতিধ্বনি হয়—"আগেয়ে দেহা, তাৰপিছত হে বেহা। ···দেহাই বেহা।···দেহাই বেহা।—" ]

ৰামানন্দ ॥ কিন্তু মোৰ প্ৰতিজ্ঞা ?

[ চপলাই বেঁথাৰামক লৈ ব্যস্ত থাকে। ]

ভবানন্দ ॥ ৰাইজৰ ওচৰত কৰা প্ৰতিজ্ঞা ভাঙৱ নে ব্যক্তিগত প্ৰতিজ্ঞা ভাঙৱ ?

চপলা ॥ Stupid, nonsense···পাগলৰ মুখত তথ্য।

[ ভয়ে ভয়ে ভবানন্দই পানীৰ মগটো পেলাই বাহিৰলৈ ওলাই যায়। ]

ৰামানন্দ ॥ আমি যদি সকলোৱে পাগল হলোহেঁতেন।

চপলা ॥ কিন্তু আমি এতিয়াও পাগল হব পৰা নাই।

[ ৰামানন্দই বাওঁখন হাতেৰে কিতাপখন লৈ সোঁখন হাতেৰে ভবানন্দই পেলাই থোৱা পানীৰ মগটো লৈ তড়িৎ গতিত পি খায়। সুস্থ হৈ যোৱাৰ পিছত তেওঁ বেথাৰামৰ ওচৰ চাপে। ভবানন্দৰ পুনৰ প্ৰবেশ। ঘা বোৰ সি বান্ধি দিয়ে। বেথাৰাম আৰু ৰামানন্দই ফল মূল কিছুমান খায়। ]

বেথাৰাম ॥ [ ভগৱানক উদ্দেশ্য কৰি ] প্ৰভু ! দুটি প্ৰতিজ্ঞাৰ এটি এৰিব লগা হ'ল।

ৰামানন্দ ॥ [ „ „ „ ] কিন্তু, তোমাৰ ৰক্ষাৰ কাৰণে প্ৰভু।

চপলা ॥ [ বেথাৰাম ইতক ] ৰাইজ। মৰ্ত্যৰ সকলো মানুহে এক মন আৰু এক গণ্ডিকে লৈ জীয়াই থকা নাই। প্ৰত্যেকৰে বিভিন্ন মন, বিভিন্ন গণ্ডি। সেয়ে প্ৰত্যেকজন ব্যক্তিৰে আৱশ্যকতাও ভিন্ ভিন্। সেই বিভিন্ন মানুহৰ আৱশ্যকতা পূৰণ কৰাটো সম্পূৰ্ণ অসম্ভৱ। সেই অসম্ভৱকে সম্ভৱ কৰিব ওলাইছে আপোনালোকে। কিন্তু অসম্ভৱটো সম্ভৱ নহবও পাৰে। তেতিয়া আপোনালোকৰ কি অৱস্থা হব ? আজি দেৱতা বোৰে আপোনালোকৰ ওচৰত দানৱ হৈ দেখা দিছে। কালি সিহঁতেও পশু হৈ দেখা দিব।

বিপুল ॥ [ চিগাৰেট হুমাই ] শুনক, [ চপলাক ] মোৰ হাতত এখন দলিল আছে। দলিল খনৰ সকলো কামকে কৰা হৈছে। মাথোন মোৰ একমাত্ৰ লৰাটোৰ নামটো সুমুৱাই দিয়া হোৱা নাই। এতিয়া এই দলিল খনত আপোনাৰ নামটো সুমুৱাই লব।

[ দলিল খন উলিয়াই দিয়ে। চপলাই হাতত লয়। চপলাই দ্বিধাজড়িত



ভাবে মুখলৈ চাই থাকে। ]···মুখলৈ কি চাইছে ? এই বিপুল শৰ্মাক আপুনি জানে। কৌটি-কৌটি টকাৰ কাৰবাৰ। সকলোবোৰ আজিৰ পৰা আপোনাৰে হব।

চপলা ॥ [ হাতত দলিল খন লৈ ] কিন্তু আপোনাৰ ?

বিপুল ॥ বুজিছে, মগনীয়া বিলাকেও জীয়াই থাকে।

চপলা ॥ কিন্তু দাৰিদ্ৰতা বৰ ভয়াবহ।

বিপুল ॥ তথাপি কোনোদিনে আমাক স্বৰ্গলোকৰ লোভ নেদেখুৱাব।

[দলিলখন চপলাই সামৰিব বিচাৰিছে। এনেতে শেনটো অহা দি বলীনে বহাৰ পৰা উঠি আহি হাতৰ পৰা দলিলখন কাঢ়ি নিয়ে। তেওঁ চপলাৰ ওপৰত হাত তুলিবলৈ উদ্যত হয়; বিপুলে হাতত ধৰে। লগে লগে ৰামানন্দ আৰু বেথাৰামেও হাতত ধৰে। ]

বিপুল ॥ বলীন !

বলীন ॥ নাৰী হলেও ক্ষমা নাই।

বিপুল ॥ বলীন !

বলীন ॥ সাপক গাখীৰ খুৱাই লাভ নাই।

বিপুল ॥ বলীন !

[ বিপুল, ৰামানন্দ আৰু বেথাৰামে বলীনক একাষৰীয়াকৈ ৰাখে। এনেতে দেৱকুমাৰৰ প্ৰৱেশ ]

দেৱকুমাৰ ॥ oh very sad, very sad. নিজৰ ঘৰৰ বেৰ ছাল ভাগিলে শিয়ালে আহি পাগ হাড়ি লুকুকি যায়।

চপলা ॥ বলক, দেৱলোকলৈ মোক লৈ বলক।

দেৱকুমাৰ ॥ নহব, এতিয়া আপোনালোকে peacefully উভতি যাওঁক।

সকলোৱে ॥ [ ৰামানন্দ বেথাৰাম, চপলা, বিপুল আৰু বলীন ] মানে ?

দেৱকুমাৰ ॥ A very sad news. বৰ দুঃখৰ খবৰ। ···I am just unable to say. মই কথাটো প্ৰকাশ কৰিব নোৱাৰিছোঁ।

চপলা ॥ মই যে কোনো দোষ কৰা নাই।

দেৱকুমাৰ ॥ I am very sorry, very sorry. মোক বিশ্বাস কৰক।

চপলা ॥ আপোনাক আমি সকলো বিপ্লৱীয়ে বিশ্বাস কৰোঁ।

দেৱকুমাৰ ॥ That is why I am very sorry. very sorry. বৰ দুঃখীত।

চপলা ॥ কওঁক চোন, বিপ্লবীয়ে বিহকো হজম কৰিব পাৰে।

বলীন ॥ [ তড়ীৎ গতিত ] certainly.

দেৱকুমাৰ ॥ সেই অভিজ্ঞতা মোৰ আছে।

বলীন ॥ কিন্তু আপুনি বৰ দুঃখীত।

দেৱকুমাৰ ॥ very sad, very sad, আপোনালোকৰ কথাটো মই দেৱগনৰ আগত কলোঁ—

ৰামানন্দ-বেথাৰাম ॥ আৰু তাৰ পিছত ?

দেৱকুমাৰ ॥ তেওঁলোকে খঙত জলি উঠিল আৰু মোক অপমান কৰিলে।

সকলোৱে ॥ [ মাথোন ভবানন্দ আৰু বিবেকানন্দ নিৰৱ। ] দেৱতাই মানুহক অপমান কৰেই।

দেৱকুমাৰ ॥ No, No, বিপ্লবীক চেন্টিমেন্টে জয় কৰাটো শোভা নাপায়।

চপলা ॥ সঁচা কথা। যিদিনাই বিপ্লৱক হাতত ললোঁ সেই দিনাই চেন্টিমেন্টক বিসৰ্জন দিলোঁ। আজি আমি চেন্টিমেন্টক লৈ জীয়াই থাকিব নিবিচাৰোঁ। আমি বিচাৰোঁ, বিপ্লৱক লৈ জীয়াই থাকিবলৈ। ইনক্লাব—

সকলোৱে ॥ [ মাথোন ভবানন্দ আৰু বিবেকানন্দ নিৰৱ। ] জিন্দাবাদ্।

দেৱকুমাৰ ॥ [ বাধা দি ] বৰ, বৰ, আপোনালোকক এটি মাত্ৰ অনুৰোধ কৰিছোঁ, আপোনালোক উভতি যাওঁক। প্লিজ—

বেথাৰাম-বলীন ॥ [ ছয় ] নাযাওঁ।

দেৱকুমাৰ ॥ নাযাব পাৰে। কিন্তু ত্ৰিমূৰ্ত্তিৰ ওচৰলৈ গলেও কোনো লাভ নহয়। মই দেৱগনক সুধিলোঁ ৰজাই জানোঁ প্ৰজাক ৰক্ষা কৰাটো ধৰ্ম্ম নহয়? তাকে শুনি দেৱগণে হো হোকৈ হাঁহিব ধৰিলে।

বলীন : [ চপলাক উদ্দেশ্য কৰি ] মুখলৈ কি চাই আছে ?

দেৱকুমাৰ ॥ Oh don't mind, don't mind. এনেকুৱা নিষ্ঠুৰ কথা এটি কবলৈ মোৰ ইচ্ছা যোৱা নাছিল। Please—আপোনালোক উভতি যাওঁক।

সকলোৱে ॥ [ মাথোন বিবেকানন্দ আৰু ভবানন্দ নীৰৱ ] আমি মুলাকাত্ কৰিমেই।



দেৱকুমাৰ ॥ No need, no need···দেৱগনে আপোনালোকৰ ওপৰত খড়্গহস্ত হৈ আছে।

বলীন ॥ থিক আছে, তেওঁলোকৰ হাতত খড়্গ আছে, আমাৰ মূৰ আছে।

দেৱকুমাৰ ॥ Don't be so excited. ধৈৰ্য্যহাৰা নহব।

বলীন ॥ দেৱলোক ধূলিস্যাৎ কৰি দিব পৰা ধৈৰ্য্যশক্তি আমাৰ আছে।

দেৱকুমাৰ ॥ ধূলিস্যাৎ কৰিব পাৰিব। কিন্তু লাভ হব কি ? পাণ্ডুপুত্ৰই জানোঁ কাপোৰ পাব, থকা ঘৰ পাব, ৰুটি পাব ?

বলীন ॥ কাপোৰ নাই সিহঁতৰ গাৰ বস্ত্ৰ খুলি লম। ৰুটি নাই সিহঁতৰ মুখৰ আগৰ ৰুটি কাঢ়ি আনিম, আৰু থকা ঘৰ নাই—সিহঁতৰ থকা বাসভৱনত জুঁই জলাই দিম।

দেৱকুমাৰ ॥ জুঁই জলোৱাৰ আৱশ্যক নাই। আৱশ্যক হৈছে তেওঁলোকৰ মুখবোৰ সংশোধন কৰাৰ। যি মুখেৰে তেওঁলোকে কাপোৰৰ সলনি টেৰিলিন পিন্ধিবলৈ কৈছে, পৰ্জাঘৰৰ সলনি অট্টালিকাৰ তলত থাকিবলৈ কৈছে আৰু ভাতৰ সলনি কেক্ খাবলৈ কৈছে, সেইবোৰ দেৱতাৰ মুখত আঁৰি থোৱা ঢাকনিবোৰ খুলি দিব পাৰিব ?

সকলোৱে ॥ [ ভবানন্দ আৰু বিবেকানন্দ নিৰৱ ] কি কৈছে ?

[ সকলোৱে উত্তেজিত হৈ পৰে। চপলাই হাতত নিচান লয়। ]

বেথাৰাম ॥ গোটেই দেৱলোকতে দেৱ ভূতে নাচিব লাগিব।

[ ইপিনে ভবানন্দই এটি চাকি জলাই কিছুমান চগা এৰি দি আছিল। সেই চাকিত ৰামানন্দই কবিতা পুথিখন জলাই দিয়ে। ]

চপলা ॥ [ উচ্চস্বৰে ] ইনক্লাব—

সকলোৱে ॥ [ বিবেকানন্দ আৰু ভবানন্দ নিৰৱ ] জিন্দাবাদ।

ভবানন্দ ॥ [ সভয়ে ] চগা আৰু চাকিৰ খেলত শেষত চাকিৰে জয় হ'ল।

বিবেকানন্দ ॥ [ সমদলটোৰ সন্মুখত থিয় দিয়ে ] ৰব।

সকলোৱে ॥ [ ভবানন্দ নীৰৱ ] বাট এৰি দিয়ক।

[ দেৱকুমাৰৰ চকু-মুখত কুটিল হাঁহি। ]

বিবেকানন্দ ॥ বাট এৰি দিয়াৰ আগেয়ে এটি প্ৰশ্নৰ উত্তৰ দিয়ক।

চপলা ॥ এয়া উত্তৰৰ সময় নহয়, এয়া বিপ্লৱৰ সময়।

বিবেকানন্দ ॥ হয়।···কিন্তু বিপ্লবৰ উদ্দেশ্য আছিল কি? ঘৰ জলোৱা? লুট কৰা? নাৰী ধৰ্ষণ কৰা? নে নৃশংসভাবে হত্যা কৰা?

চপলা ॥ বিপ্লবৰ উদ্দেশ্য বাখ্যা কৰিবলৈ আপুনি কোন?

বিবেকানন্দ ॥ জানোঁ, আপোনালোকৰ ওচৰত মোৰ পৰিচয় হেৰাই গৈছে। কিন্তু আপোনালোকৰ পৰিচয় এতিয়াও মোৰ ওচৰত হেৰাই যোৱা নাই। আৰু সেয়া পৰিচয় কি আপোনালোকে জানে?···আপোনালোক তাহানিৰ ফৰাচী বিপ্লবৰ বিপ্লবী নহয়, বিয়াল্লিশৰ গন বিপ্লবৰ বিপ্লবী নহয়, নাইবা অতীত বুৰঞ্জীত ঘটি অহা যি কোনো।

বিবেকানন্দ ॥ বিপ্লবৰে বিপ্লবী নহয়। আপোনালোক হ'ল আজিৰ বিপ্লবী। গতিকে আজিৰ বিপ্লবীয়ে কেতিয়াও তাহানিৰ বিপ্লবী হব নোৱাৰে। আপোনালোকে হব বিচাৰিলেও মই হব নিদিওঁ।

সকলোৱে ॥ [ ভবানন্দ নিৰৱ ] কি ক'লে?

বিবেকানন্দ ॥ চগা আৰু চাকিৰ খেলত চগাৰ মৃত্যু হয়। কিন্তু আপোনালোকতো চগা নহয়। আপোনালোক হ'ল বিপ্লবী। আজিৰ বিপ্লবীয়ে ধ্বংসৰ জুঁইত নিজকে আহুতি দিব নোৱাৰে।

নলীন ॥ আমাৰ ধ্বংস?

[ ভবানন্দ নীৰৱ। বাকী সকলোৱে হো হো কৈ হাহেঁ। ]

বিবেকানন্দ ॥ যাৰ উদ্দেশ্যৰ ধ্বংস ঘটে তাৰ মানসিক মৃত্যু ঘটে।

চপলা ॥ বাট এৰি দিয়ক।

[ সকলো বিলাকে আগুৱাই আহিবলৈ বিচাৰে। কিন্তু বিবেকানন্দই বাধা কৰে। শেষত সকলোৱে আহি বিবেকানন্দক বাহিৰত পেলাই থৈ আহে। ভবানন্দই দূৰৰ পৰাই সভয়ে চাই থাকে। দেৱকুমাৰৰ চকুত কুটিল হাঁহি। বিবেকানন্দক বাহিৰত পেলাই থৈ সিহঁতে যাবলৈ সাজু হয়। ]

চপলা ॥ ইন্‌কিলাব—

ভবানন্দ ॥ [ উচ্চ স্বৰে ] বন্ধ কৰক। [ বিপ্লবীৰ সন্মুখত থিয় দিয়ে। ]

চপলা ॥ বিপ্লবীৰ সন্মুখত থিয় নিদিব।

ভবানন্দ ॥ [ উচ্চ স্বৰে। বিকৃত অঙ্গি ভঙ্গি। ] এটি কথা শুনক, দেৱতা-বিলাকৰ ওচৰত এদিন এটি বস্তু বিচাৰিছিলোঁ, মানৱ জাতিৰ ওচৰত



এদিন এটি বস্তু খুজিছিলোঁ, সেয়া হ'ল সত্য আৰু সুন্দৰ। আজি বিপ্লবী জনতাৰ ওচৰত এটি ভিক্ষা বিচাৰিছোঁ সেয়া হ'ল জনতাৰ বিবেক বিবেকানন্দৰ মুক্তি।

চপলা ॥ [ তাচ্ছিল্যৰ সুৰ ] বিবেকানন্দৰ মুক্তি!

সকলোৱে ॥ হাঃ হাঃ হাঃ

ভবানন্দ ॥ [ উচ্চ স্বৰে ] যি মুখেৰে আপোনালোকে মোক আজি হাঁহিছে, সেই মুখেৰে আপোনালোকে বহুত প্ৰতিশ্ৰুতি দিছিল। যিহাতেৰে আজি আপোনালোকে বিবেকানন্দক পেলাই থৈ আহিলে, সেই হাতেৰে আপোনালোকে বিপ্লবৰ নিচান তুলি ধৰিছিল। যি মানৱ সত্বাৰে আজি আপোনালোকে বিবেকানন্দক আতঁৰাই থলে সেই সত্বাৰে তেওঁক এদিন আহবানকৰি আনিছিল। মুখলৈ জড়তা অহা নাই, আপোন সত্বা কঁপি উঠা নাই, হাত জঠৰ হৈ পৰা নাই?

চপলা ॥ [ ঠাচকৈ চৰ মাৰি ] জঠৰ হৈ পৰিলে তোৰ মুখত হাত উঠিব কেনেকৈ?

ভবানন্দ ॥ এইখন হাতেৰেই মনৰ নিভৃত কোনত লুকাই থকা ক্ষুধাৰ চাকিত শলিতা জলাই আৰু সেইখন হাতেৰে আজি মনৰ তলিত লুকাই থকা প্ৰতিহিংসাৰ চাকিত শলিতা লগালে। এতিয়া এইখন হাততটো ক্ষুধাৰ জুঁই নাই, আছে প্ৰতিহিংসাৰ জুঁই। সেই জুঁইয়ে নিজকো গ্ৰাস কৰিব, অইনকো গ্ৰাস কৰিব।

চপলা ॥ [ চপলাই ভবানন্দক ভৰিৰে হেচি ধৰে। ] আমাৰ যিয়েই নহওঁক, তাত তোৰ কি?

ভবানন্দ ॥ যিখন ভৰিৰে আঘাট হানিছে সেইখন ভৰিত ধৰি প্ৰাৰ্থনা কৰিছোঁ মোক আপোনালোকক দিয়ক আৰু আপোনালোকে বিবেকানন্দক মুক্তি দিয়ক।

[ চপলাৰ পিচে পিচে একোজনকৈ ভবানন্দৰ দেহৰ ওপৰত খোজ পেলাই হোঃ হোঃ কৈ হাঁহি হাঁহি দেৱলোককৈ যায়। ভবানন্দই কান্দি কান্দি সকলোৰে ভৰিত ধৰি প্ৰাৰ্থনা কৰে—"মোক আপোনালোকক দিয়ক আৰু আপোনালোকে বিবেকানন্দক মক্তি দিয়ক।" মঞ্চৰ আলোক

নুমাই যায়। চাকি গছ জলি থাকে। যোৱাৰ পথত সকলো বিপ্লবীয়ে ইন্‌কিলাব জিন্দাবাদ দি যায়। শেষত ভবানন্দই মূৰ তুলি চায়। ভবানন্দৰ মুখত স্পট্ লাইট পৰে। লাহে লাহে তেওঁ জলি থকা চাকিগছৰ পিনে চাই থাকে। অলপ পিচতে চাকি গছৰ ওচৰত হোঃ হোঃ হোঃ কৈ হাঁহি হাঁহি শুই পৰে।]

॥ আঁৰ কাপোৰ ॥

# ক'লা আকাশ

১৯৭০ চনৰ ৰঘুকাকতি স্মৃতি একাংকিকা প্ৰতিযোগিতাত মুগুৰীয়া ভাতৃ সজ্যই নাটখন মঞ্চস্থ কৰে। প্ৰতিযোগিতাত শ্ৰেষ্ঠ নাট, শ্ৰেষ্ঠ পৰিচালক শিশু শিল্পী আৰু হয় শ্ৰেষ্ঠ দলৰ সন্মান লাভ কৰে।

১৯৭০ চনত ৮সূৰ্যবৰা একাংকিকা নাট প্ৰতিযোগিতাত মুগুৰীয়া ভাতৃ সজ্যই নাটখন মঞ্চস্থ কৰে। নাটখনে দৰ্শকৰ পৰা সমাদৰ লাভ কৰে।

১৯৭০ চনত ৮কান্তেশ্বৰ দেৱ চৌধুৰী একাংক নাট প্ৰতিযোগিতাত মুগুৰীয়া ভাতৃ সজ্যই নাটখন মঞ্চস্থ কৰে। নাটখনে দৰ্শকৰ পৰা সমাদৰ লাভ কৰে। প্ৰতিযোগিতাত নাটখনে কেবাটাও বটা লাভ কৰে।

নাটৰ চৰিত্ৰ ঃ

অনুপম।
বাপিৰাম।
পুনূপুন।
পিনাকী চৌধুৰী।
ৰামনাথ।
প্ৰমোদ।
বিকাশ।
ক'লা হাত এখন।

**নাটৰ পৰ্য্যালোচনা ঃ**

DAINIK ASAM,
AUGUST 1, 1907.

......সুন্দৰ উপস্থাপন, বলিষ্ঠ সংলাপ, আৰু মনোগ্ৰাহী ঘটনাক কেন্দ্ৰ কৰি বিনোদ শৰ্মা ৰচিত "কলা আকাশ" নামৰ একাংকিকা খনি মঞ্চস্থ কৰে মুগুৰীয়া ভাতৃ সংঘৰ শিল্পীদলে। নাটখনিত সুন্দৰক ভাল পোৱা নোপোৱা দুই শ্ৰেণীৰ মানুহৰ সংঘাতৰ ফলত সুন্দৰৰ উপাসক সকল বলি হোৱাৰ চিত্ৰ প্ৰতীকৰ সহায়ত দেখুওৱা হৈছে।......

**নতুন অসমীয়া : ১২ শাওঁন, বুধবাৰ, ১৮৯২ শক।**

সুন্দৰ উপস্থাপন, নাট্য ধৰ্মী আৰু গতিশীল সংলাপ আৰু আকৰ্ষণীয় ঘটনাক কেন্দ্ৰকৰি ৰচা বিনোদ শৰ্মাৰ এই নাটখনি মঞ্চস্থ কৰে গুমুৰীয়া ভাতৃ সংঘৰ ১নং দলে। সমাজত দুই ধৰণৰ মানুহ আছে' এক ধৰণৰ মানুহে বিচাৰে সুন্দৰক জীয়াই ৰাখিবলৈ আৰু আন ধৰণৰ মানুহে বিচাৰে সুন্দৰক পৃথিবীৰ পৰা লুপ্ত কৰিবলৈ। ফলত দুয়োটাৰ মাজত সংঘাত হয় আৰু এই সংঘাতৰ বলি হয় মহাত্মাগান্ধী, লুথাৰ, কেনেডীৰ আদিত দৰে সুন্দৰৰ উপাসক সকল।

**দৈনিক অসম : ১৩ আহিন, বুধবাৰ, ১৮৯২ শক।**

দ্বিতীয় দিনা অভিনয় কৰান পাঠশালাৰ মুগুৰীয়া ভাতৃ সংঘই বিনোদ শৰ্মা ৰচিত 'কলা আকাশ' মঞ্চ সকল একাঙ্কিকা।

[ ৮সূৰ্য্যবৰা সোৱৰণী একাঙ্ক নাট প্ৰতিযোগিতাৰ পৰ্য্যালোচনা।]




১। পোহৰ পৰা ঠাই। ২। গ্ৰীন ৰুম।
৩। মঞ্চৰ বাহিৰাংশ। ৪। মঞ্চলৈ উঠা চিৰী।

**মঞ্চ পৰিকল্পনা**

লগা বস্তু : বগা দণ্ড এডাল, মাটিৰ চাকি এটা, শলিতা এডাল, কল পাত এখন, দুবৰি, চাউল অকনমান, কুঁহি বাহ এটি কাঁহৰবাটি এটা, মিঠাতেল, দীঘল কলা হাত এখন। ঘটী এটা, পাণী।



## ॥ ক'লা আকাশ ॥

[ আঁৰ কাপোৰ আঁতৰাৰ লগে লগে দেখা যায় অনুপম বৰুৱাক। তেওঁ ক'লা স্ক্ৰিনৰ সন্মুখত থিয় দি আছে। বয়স পঞ্চাশ। গাত ধুতি পাঞ্জাবী। ]

অনুপম ॥ [ ৰাইজক নমস্কাৰ কৰি ] সমাজ শ্ৰেষ্ঠ ৰাইজ, নমস্কাৰ গ্ৰহণ কৰিব। আপোনালোকক আজি মোৰ সন্মুখত পাই কেনেকুৱা লাগিছে তাক ভাষাৰে বৰ্ণাব নোৱাৰোঁ। আজিৰ এই দিনটো মই বহু দিনৰ পৰাই বিচাৰি আহিছোঁ। কিন্তু কোনোৱে মোক এই সুবিধাকন দিয়া নাছিল। দিলে এই অনুস্থানৰ সভ্য সকলে। সেয়ে মই তেওঁলোকৰ ওচৰত চিৰ কৃতজ্ঞ। লগতে মই আৰু কৃতজ্ঞ আপোনালোকৰ ওচৰত। কাৰণ আপোনালোকে মোৰ বক্তব্য শুনিবলৈ বহু মূলীয়া সময় খৰচ কৰিও আজি ইয়াতে উপস্থিত হৈছে। [ এনেতে ৰাইজৰ মাজৰ পৰা পুনুপুনে চিঞৰি চিঞৰি সোমাই আহে। পুনুপুনৰ পিছে পিছে বাপিৰাম। পুনুপুনৰ বয়স দহ, আৰু বাপিৰামৰ বয়স ষাঠি। পুনুপুন বোবা। ]

বাপিৰাম ॥ বোপাই হলধ্বজ, এই বুঢ়াক মাৰ কিয় লটি ঘটি খন কৰি। চেহ্—

অনুপম ॥ [ পুনুপুনক হাতেৰে অঙ্গী ভঙ্গী কৰি সোধে ] কি হ'ল ?

পুনুপুন ॥ [ বিকট চিঞৰ মাৰি দেখুৱায় তাৰ হেনো গলত হাৰডাল নাই ] না-না-নাই। [ কোনোবাই চুৰি কৰিলে ] চোৰ…চো…চোৰ…[ কান্দে ] এ-এ-এ……

অনুপম ॥ [ বাপিৰামক ] ইয়াৰ হাৰ ডাল কি হ'ল ?

বাপিৰাম ॥ [ ডেকাহি মাৰি ] মই কিত্তো জানোঁ ? এই পাতৰ নেগুৰৰ কিবা থিক থাকিলেহে। বহি আছিল—মাৰ লৰ। চেহ্— [ মুখৰ ভিতৰতে চেহ্ শব্দটো সৰুকৈ উচ্চাৰণ কৰে। পুনুপুনে কান্দে। মুখৰ পৰা অফুট গোঙৰনি এটি ওলায়। পুনুপুনক কয়। ]…এই হলধ্বজ, নাকান্দিবি বুলিছোঁ নাকান্দিবি। চাবিও পিনে তলওপৰ কৰি ঘুৰি ফুৰিবি, এনেকুৱা হবই।

অনুপম ॥ ৰাইজ, পুনুপুন মোৰ পালিত ল'ৰা। আপোনালোকৰ মাজতে মোৰ দলৰ এই বাপিৰাম আৰু পুনুপুন বহি আছিল। কিন্তু হঠাৎ পুনুপুনৰ গলত থকা সোনৰ হাৰডাল নোহোৱা হ'ল। কেনেকৈ কি হ'ল মই কব নোৱাৰোঁ। আপোনালোকৰ কোনোবাই হাৰডাল পাইছে নেকি ?

বিকাশ ॥ [ ৰাইজৰ মাজৰ পৰা থিয় দি ] প্ৰেক্ষাগৃহৰ ভিতৰত সোমাওতে পুনপুনৰ গলত জানো হাৰডাল আছিল ? বাহিৰত কৰবাত পেলাব পাৰে।

অনুপম ॥ [ বাপিৰামক ] বাপিকাই ?

বাপিৰাম ॥ বাহিৰত আৰু ক'ত পৰিব? ইয়াত সোমাওঁতে দেখিছোঁ নহয়, হাৰডাল তাৰ গলত চক্চকাই আছিল। কোন তলকত কোনে ফাক্ মাৰিলে কবই নোৱাৰিলোঁ। চেহ্—

[ বিকাশ নিজৰ আসনত বহে ]

অনুপম ॥ ৰাইজ, বাপিৰাম কাই ক'লে—প্ৰেক্ষাগৃহৰ ভিতৰত সোমাওতে হাৰডাল যেনো পুনপুনৰ গলতে আছিল। এইটো বাপিকাই দেখিছে। অৱশ্যে হাৰডাল কোনোবাই চুৰ কৰা বুলি মই কব খোজা নাই। এইটো মই কব নোৱাৰো। কাৰণ পুনপুন প্ৰেক্ষাগৃহৰ।

অনুপম ॥ ভিতৰত থাকিলেও এঠাইতে বহি থকা লৰা নহয়। যদি কোনোবা সদাশয় লোকে হাৰডাল পাইছে হাৰডাল মোক ঘূৰাই দিয়ক।

[ ৰাইজ নিৰুত্তৰ ]

···তেনেহলে কোনোৱে হাৰডাল পোৱা নাই ?

[ এনেতে পুনপুনে চিঞৰি উঠে। সি মঞ্চৰ পৰা তললৈ নামি যাব বিচাৰে। বাপিৰামে তাক হাতত ধৰি ৰাখে। ]

বাপিৰাম ॥ বুঢ়াকালত এইপাতক কৰ পৰা আনি সাঙুৰি দিলে কব নোৱাৰোঁ। যা ক'ত ম'ৰব খুজিছ মৰ গৈ। চেহ্—

পুনপুন ॥ [ অস্ফুট গেঙেৰনি মাৰি ) চো-চোৰ-চোৰ ..

অনুপম ॥ [ পুনপুনৰ মূৰত হাত বুলাই ] বাপিকাই, ইয়াক একোনত বহুৱাই থ।

বাপিৰাম ॥ উ...উ..[ ডেকাহি মাৰি ] বাপিৰাম ইয়াক বহুৱাই থব, বাপিৰাম ইয়াৰ পিছে পিছে দৌৰি যা, এই বুঢ়াকালত এইপাতৰ পিছে পিছে এতিয়া—

অনুপম ॥ ককাই, প্ৰতিকথাতে তোৰ ইমান অভিযোগ কিয় ?

বাপিৰাম ॥ অভিযোগ কিহৰ ?···এই বুঢ়াই হলধ্বজৰ পিছে পিছে দৌৰি ফুৰিব পাৰে ?

অনুপম ॥ তোক দৌৰিব কোনে ক,লে ? বহুৱাই ৰাখিবহে কৈছোঁ।

বাপিৰাম ॥ উ বহিব, বহিব। তোমাৰ হলধ্বজে ভালদৰে বহি থাকিব। শুনা, তোমাৰ হলধ্বজক খোজ কাঢ়িব ক'লে কদমত যায়, কদমত যাব ক'লে দৌৰে, আৰু ভাল লৰা হৈ বহি থাকিব ক'লে কাৰোবাৰ গাত শিলগুটি মাৰে।···এয়া হ'ল্ তোমাৰ হলধ্বজ। চেহ্— [ পুনপুনৰ হাতত ধৰি ] বোপা হলধ্বজ, ইয়াতে বহি থাক।



পুনপুন ॥ [ হাত এচাৰ মাৰি ] উ—

অনুপম ॥ [ দৃঢ় ভাবে ] পুনপুন।

পুনপুন ॥ [ হাৰ দেখুৱাই কান্দে ] এ-এ-এ···

অনুপম ॥ বাপিকাই, ইয়াক অলপ শান্তনা দে। মই হাৰ এডাল নতুনকৈ গঢ়াই দিম।

বাপিৰাম ॥ উ শুনিব, শুনিব। গৰুৰ আগত টোকাৰি বালে কিডাল ফলিব ? শিং জোকাৰি ঘাহ খাব।··· [ পুনপুনক ] ···নতুন হাৰ কাইলৈকে পাবি। বল···

[ সি উচাট্ মাৰি মঞ্চৰ পৰা তললৈ নামি যায়। বাপিৰামে ধৰে।]

অনুপম ॥ [ বাপিক ]···ইয়াক গ্ৰীনৰুমৰ ভিতৰত সোমাই থৱ।

[ বাপিৰামে পুনপুনক জোৰ কৰি গ্ৰীনৰুমৰ ভিতৰলৈ লৈ যায়। ভিতৰত পুনপুনে চিঞৰি চিঞৰি কান্দে। ভিতৰত চকী-মেজ দলিওৱাৰ শব্দ হয়। ]

···শ্ৰদ্ধেয় ৰাইজ, এনেকুৱা ঘটনা এটিৰ সন্মুখীন হব লাগিব বুলি মই ভবা নাছিলোঁ।···এইবোৰ থাব দিয়ক, মই মোৰ বক্তব্য চমুকৈ আপোনালোকৰ সন্মুখত দাঙি ধৰিম।

বিকাশ ॥ [ দৰ্শকৰ মাজৰ পৰা। ] ৰব। আপোনাৰ বক্তব্য শুনাৰ আগেয়ে আমি হাৰডালৰ কিবা এটি মিমাংসা হোৱাতো বিচাৰোঁ।

অনুপম ॥ হাৰডাল হেৰাল।

বিকাশ ॥ হেকওৱা বস্তু জানো পাব নোৱাৰি ?

অনুপম ॥ হাৰডাললৈ চালে বাকীবোৰ বাদ দিব লাগিব।

বিকাশ ॥ লাগিলে আমি বাকীবোৰ বাদেই দিম।

অনুপম ॥ চোৰ ইতিমধ্যে পলালেই কিজানি।

বিকাশ ॥ আমাৰ প্ৰৱেশ পথ কাৰ্য্যসূচী আৰম্ভ হোৱাৰ বহু আগেয়ে বন্ধ কৰি ৰখা হৈছে।

অনুপম ॥ এডাল সাধাৰণ হাৰ।

বিকাশ ॥ এজন মানুহৰ কাৰণে এইবোৰ দৰ্শক অপমানিত হব নোৱাৰে।

অনুপম ॥ ইয়াৰ ফলত অপ্ৰীতিকৰ ঘটনাৰ সম্মুখীন হব লগীয়া হব পাৰে।

বিকাশ ॥ মই যি কৈছোঁ তয়া অকল মোৰ মত নহয়, এইখন সমাজৰ মত।

অনুপম ॥ কিন্তু হাৰডাল কোনে উলিয়াব ?

[ এনেতে এজন বুঢ়া মানুহ জনতাৰ মাজত থিয় দিয়ে। তেওঁৰ কান্ধত জোলোঙা, হাতত টোকান, গাত এড়ীয়া চোলা। পিন্ধনত গামোচা। তেওঁৰ মাত কঁপে। ]··· ( ৰামক ) আপুনি উলিয়াব পাৰিব ? [ বিকাশ দৰ্শকৰ মাজত বহে। ]

ৰামনাথ ॥ অ পাৰিম তু।

অনুপম ॥ আগেয়ে এনেকুৱা ঘটনাৰ সম্মুখীন হৈছে জানোঁ ?

ৰামনাথ ॥ [ মঞ্চত প্ৰৱেশ কৰি ] তুমি কি কব খুজিছা ?

অনুপম ॥ আগেয়ে জানোঁ এনেদৰে হেকৰা সোন-তোন বাহিৰ কৰিছে ?

ৰামনাথ ॥ হা কি কলা, এই ৰামনাথ সাদাগৰক নাজনা মানুহ এই পৃথিমিতে নাই।

অনুপম ॥ কিন্তু আপোনাৰ ব্যৱসায় কি ?

বাপিৰাম ॥ [ প্ৰৱেশ ] যাৰ যি ব্যৱসায় নহওঁক কিয়া তাৰ লগত আমাৰ সম্পৰ্ক নাই।······[ ৰামক ] হাৰডাল উলিয়াই দিলে এশ টকা পাবা।

ৰামনাথ ॥ হা কি কলা ?······তোমালোকৰ সন্দেহ আছে যেতিয়া মই যাউং। [ যাব ওলায় ]

বাপিৰাম ॥ ৰবা, তুমি যাব বিচাৰিলেই যাব পাৰিবা নে ?

ৰামনাথ ॥ ভৱিষ্যতক্ লাগি এনে কথা নকৱা।·····এই ৰামনাথ সাদাগৰক তোমালোকে নাজনা। জানলি এনে কথা কিত্তেও নকহে।······শুনা, সেই বৰহম দিয়া নদী। নদীৰ পাৰত দুটা বৰ ঠোঁগা আপা আৰু আপি। তলত ফট্ ফইটা পানী। সেই পানীত আপি তুই চাবা খুজলাক নিজৰ মুখখেন। হঠাৎকাৰে খহি পল্লাক আপিতুৰ গলৰ মাদলিডেল। পাচে গলৰ মাদলিডেল পালাক। কেনকে পালাক এই পৃথিমীৰ সকলো মান্‌হে জানে।

অনুপম ॥ বুজিলোঁ। কিন্তু—

ৰামনাথ ॥ ইয়াত কোনো কিন্তু চিন্তু নাই।······শুনা, আই কামাখ্যাক দেখবাক লাগি গেল্‌চনি গৌহাটীক্ গেইছিলু। ৰঙিৰাত খবৰ পালু হৰমল গাওবুঢ়াৰ গৰু চুৰ হৈছি। গৌহাটিক্ নেগেলু। ঘূৰি আইহ্‌লু ঘৰক্ লগি। গৰু অলল। এই খবৰটু খবৰোৰ কাগছত ওলছিল।



অনুপম ॥ হয় নেকি ?

ৰামনাথ ॥ [ আচৰিত হৈ ] এনেহেন খবৰটুও তুমি নাজনা ?

অনুপম ॥ কিন্তু এনেকুৱা বাতৰি দৈনিক হেজাৰ হেজাৰ প্ৰকাশ পায়।

ৰামনাথ ॥ [ ডেকা হৈ মাৰি ] এনে কথা নকৱা। এগ্‌লাখেন খবৰ হাজাৰৰ ভিতৰত পালি এটাহে পাবা। গৰু ক'ত গোৱাল পাৰাত, চুৰ হ'ল কৰ শদিয়াত। সেই চুৰকো ধৰি দিছু এই আম্‌কাই।

[ পুন্‌পুনৰ প্ৰৱেশ। উচুপি উচুপি কান্দি আছে সি। ]

অনুপম ॥ ডাঙৰীয়া, মই আৰু অধিক শুনিব নোখোজোঁ।

ৰামনাথ ॥ শুন্‌বা নুখজা ? শুন্‌বাই লাগবো। মইও মঙ্গলতি মানুথেৰ, সমাজোৰ, এইখন পৃথিমীৰ। মোৰ নখোত জিলকে চুৰ, ডকাইত আৰু জেপ্‌লুৰকাৰ মুখ।

অনুপম ॥ আপোনাৰ যোগ্যতাৰ কথা গম পালোঁ।······[ ৰাইজক ] ৰাইজ, এখেতৰ লগত কথা কৈ আমি আৰু বেছি সময় খৰচ কৰাটো উচিত হব নেকি ?

বিকাশ ॥ [ দৰ্শকৰ মাজৰ পৰা থিয় দি ] আপুনি এইটো প্ৰশ্ন কিয় কৰিলে ?

অনুপম ॥ এইবোৰৰ ওপৰত মোৰ বিশ্বাস নাই।

বাপিৰাম ॥ হুঁ বিশ্বাস নাই।······সাপে কামুৰিলে—ভূতে ধৰিলে কোনে ভাল কৰিব লগা হয় ?

বিকাশ ॥ এইটো প্ৰেক্ষাগৃহত বহু মতাৱলম্বী মানুহ আছে।

অনুপম ॥ [ বিকাশক ] আমি সকলোকে সন্তুষ্ট কৰাটো অসম্ভৱ।

বিকাশ ॥ [ অনুপমক ] কিন্তু আমি চেষ্টা কৰি চাব পাৰোঁ।

[ বিকাশ পুনৰ দৰ্শকৰ মাজত বহে। ]

বাপিৰাম ॥ [ ৰামক ] পিছে তোমাক এতিয়া কি কি সামগ্ৰী লাগিব ?

ৰামনাথ ॥ লাগ্‌বো আৰু কি ? সৰগোৰ তাৰা মোক নালগে। মোক কেৱল লাগ্‌বো এটি কঁহৰ বাটি, দুবৰি চাইডেল মান, মিঠাতেল অলপামেন, আৰু পানী এক ঘটী।

[ বাপিৰামৰ বাহিৰলৈ প্ৰস্থান ]

ৰামনাথ ॥ [ মুখৰ ভিতৰতে ] জয় কিৰ্‌পানাথ—

[ কান্ধৰ পৰা জোলোঙাখন নমায়। এনেতে পুন্‌পুনে অস্ফুট গেঙেৰনি মাৰি জনতাৰ মাজলৈ নামি যাব বিচাৰে। ]

পুনপুন ॥ [অস্ফুট মাত] উ উ……[কাৰবাক মাৰিবলৈ চোলাৰ হাত কোচায়] মা—মা……

অনুপম ॥ [ধমকনিৰ সুৰত] বহি থাক।

পুনপুন — [অস্ফুট স্বৰ] না—নাই। [কাৰোবাক সি মাৰিবই] মা—মা—

অনুপম ॥ [খং ভাবে] বহিবলৈ কৈছোঁ নহয়।

পুনপুন ॥ [চিঞৰি চিঞৰি কান্দে।] এ-এ-এ…

অনুপম ॥ [মূৰত হাত বুলায়।] নাপায় নহয় কান্দিবলৈ।

পুনপুন ॥ [হাত এচাৰ মাৰি] এ এ এ… [কান্দি কান্দি গ্ৰীনৰুমলৈ সোমাই যায়।]

ৰামনাথ ॥ [কিবা চিন্তা কৰি।] ইয়াতে স্কুৰ্য দেৱতাৰ কিৰূপা পোৱা যাবো জানোঁ?

[সাদাগৰে জোলোঙাৰ পৰা মন্ত্ৰ পুথি এখন বাহিৰ কৰে।]

অনুপম ॥ [আচৰিত হৈ] আপোনাৰ কথাৰ অৰ্থ মই বুজি পোৱা নাই।

ৰামনাথ ॥ বুলু বুজবাক লাগি কিটু আছে? এগলাখেন হল দেৱতাৰ দান।

অনুপম ॥ অ বুজিছোঁ। আপুনি স্কুৰ্য দেৱতাৰ কথাকে কৈছে নহয়? [মঞ্চৰ ওপৰত পৰি থকা সূৰ্য্যৰ ৰশ্মিকণলৈ চায়।] …চাওঁক সাদাগৰ, [পোহৰ সোমাই অহা অংশটো দেখুৱায়।] সৌটো ভগ্নাংশেৰে এই নাটঘৰৰ ভিতৰলৈ স্কুৰ্যৰ কেচাঁ ৰ'দ এচে ৰেঙা সোমাই আহিছে। দেখিছোঁ স্কুৰ্য দেৱতা বৰ ভাল।…

ৰামনাথ ॥ [পোহঁৰৰ পিনে চাই] অ হৈতু দিয়া।…[ভাব পৰিবৰ্ত্তন কৰি] কিন্তু, তেল ডুবৰি আনবাক লাগি কুন্ বা লক্ষা পালাক নেকি?

বাপিৰাম ॥ [সোমাই আহি] লোৱা। এয়া তোমাৰ দুবৰি, এয়া তেল, এয়া পানী। লোৱা।

অনুপম ॥ স্থান কাল পাত্ৰ ভেদে তোৰ খঙৰ কোনো পৰিবৰ্ত্তন ন হয় নেকি বাপিকাই।

বাপিৰাম ॥ খং নকৰি হাঁহিব লাগিছিল নেকি? দুবৰি থাকিব সৰগত, তেল থাকিব পাতালত, পানী থাকিব পৰশুৰাম কুণ্ডত। চেহ্—

[ৰামনাথে প্ৰথমতে স্কুৰ্যদেৱতাক প্ৰণাম কৰে। তাৰ পিছত আঙুলি দুটা ডুবাই তেলখিনিৰ ওপৰত মন্ত্ৰ পাঠ কৰে। মুখৰ ভিতৰতে



তেলখিনি জৰা ফুকা কৰাৰ পিছত তেওঁ স্কুৰ্যদেৱতালৈ চায়। লাহে লাহে তেওঁ পোহঁৰ পৰা অংশত বুঢ়া আঙুলি দুটি ধৰে।]

ৰামনাথ ॥ [বাপিক] চাউং চাইদেলমেন ডুবৰি লউ। [বাপিৰামে দুবৰি আনে] মোৰ আঙুলি দুটাৰ নখোত তেল অলপামেন মুচি দি। [বাপি ৰামে ৰামনাথৰ নিৰ্দ্দেশ মতে কাম কৰে।]…ভালকে নেদা কিয়?…অ্ হৈছি দিয়া।… [অনুপমক মাতে] চাচুন চা,…বাপা, নাচৰহি কিয়ো… [অনুপম নীৰৱ। বাপিৰামে চায়।] …দেখছা, এটা বৰ খোঁৱা আপি, গাত চক্ চইকা বগা কাপুৰ, দেখাত একেবাৰে গসনী গসনী যেন লাগে, আহ্ হা বহি আছে মানুহোৰ মাজত।…অহ হ, ভৰিত…আহ ধৰবাই নৰি! কিবা চেঙুল তেঙুল আছে নেকি? চাচুন চা—মুখখেন ভাল্কে চাই লোৱা।

বাপিৰাম ॥ ইমান সময়লৈকে সন্দেহ হে কৰি আছিলোঁ, এতিয়া দেখ্ দেখ্ প্ৰমান হৈ গ'ল। উৰা, কোনোৰে পৰিকিতি ধৰিবই নোৱাৰোঁ হলোঁ। চেহ্

অনুপম্ ॥ [ৰাইজক] ৰাইজ!

বাপিৰাম ॥ ৰাইজ চাইজ কি জানোঁ?…চোৰ কৰিছে দিব লাগিব।

[ৰামনাথে ভৰি হাত ধুবলৈ ভিতৰলৈ সোমাই যায়।]

অনুপম ॥ [দৃঢ় ভাবে] মনে মনে থাক।

বাপিৰাম ॥ কি লেন পেন খন জুৰিলা? [ভদ্ৰমহিলাক আঙুলিয়াই] এখেতেই চোৰ।

পিনাকী ॥ [হাঁহি] কি ক'লে?

বাপিৰাম ॥ কম আৰু কি? ওপৰে ৰং চং, ভিতৰে কোৱা ভাতুৰী।

অনুপম ॥ [বাপিক] অলপ ভদ্ৰভাবে কথা বোৰ কৰ।

[পিনাকী ওপৰলৈ উঠি আহে। হাতত ভেনিটী বেগ। বগা সাজ পাৰ। ডেকা বয়স। দেখাত ধুনীয়া।]

পিনাকী ॥ [অনুপমক] চোৰ যে কৰিছোঁ প্ৰমান দিব পাৰিব?

বাপিৰাম ॥ প্ৰমাণ?…কিহৰ প্ৰমাণ?

পিনাকী ॥ [বাপিক] হয় মোক প্ৰমাণ লাগে?

বাপিৰাম ॥ নখ দৰ্পনে জানোঁ প্ৰমাণ ন হয়?

পিনাকী ॥ নহয়।

বাপিৰাম ॥ এশ—এবাৰ কম নখদৰ্পন মিছা নহয়, মিছা হব নোৱাৰে।

পিনাকী ॥ এইখন সমাজে কৰ নখদৰ্পন মিছা।

বাপিৰাম ॥ [ ডেকাহি মাৰি ] উঁ মিছা !

পিনাকী ॥ [ বাপিক ] আপুনি আমাৰ পিতৃতুল্য।

বাপিৰাম ॥ চোৰৰ মুখত বৰ বৰ কথা।

অনুপম ॥ [ চমকনিত ] বাপিকাই !

বাপিৰাম ॥ এই বাপিৰামে তুজনক শুনাইহে আহিছে কিন্তু কোনাৰে পৰা শুনিব লগা হোৱা নাছিল।

পিনাকী ॥ হয় শুনিব লগা হোৱা নাছিল—কিন্তু মই আজি শুনাইছোঁ। মন্ত্ৰক বিশ্বাস কৰা মানুহ, জোনবাইক বেজী খোজা মানুহ এনেদৰে সদায় অপমান পাইয়ে আহিব।

অনুপম ॥ জোনবাইক সকলোৱে বেজী খোজে আৰু চিৰ দিনে খুজিবও।

পিনাকী ॥ এয়া আপোনাৰ অলীক কল্পনা।

অনুপম ॥ জোনবাইৰ বুকুত মানুহে খোজ পেলাব পাৰে—বহুত কিবা কিবি কৰিব পাৰে, তথাপি ইয়াৰ সৌন্দৰ্য্য কোনো দিনে হ্ৰাস নহয়।

বাপিৰাম ॥ জোনবাই ভোনবাই—সেইবোৰৰ লগত আমাৰ সম্পৰ্ক নাই। ...হাবডাল দিয়ক।

পিনাকী ॥ এই [ বেগটো আগবঢ়াই দিয়ে ] বেগটো চাওঁক।

বাপিৰাম ॥ চোৰে বেগ কিয়—গাৰ কাপোৰো খুলি দিব পাৰে।

অনুপম ॥ [ বাধা দি ] তোৰ অবাধ ৰাজত্ব চলা এইখন অনুপম বৰুৱাৰ ঘৰ নহয়।

পিনাকী ॥ [ ৰাপিক ] বাপিকাই, আমি এখোজ দিয়াৰ আগেয়ে দুবাৰ চিন্তা কৰা উচিত নহয় জানো ?

বাপিৰাম ॥ তোমাৰ নাম কি ?

পিনাকী ॥ মোৰ নাম পিনাকী চৌধুৰী।

বাপিৰাম ॥ নামটো আৰু মুখৰ কথাৰে চোৰ বৃত্তিটোক ঢাকি ৰাখিব বিচাৰিছা নেকি ?

অনুপম ॥ [ বাপিক ] ককাই, সকলোৰে এটি সীমা আছে।

বাপিৰাম ॥ তিৰোতা মানুহ হব নালাগিছিল !

পিনাকী ॥ কি কৰিলে হেঁতেন ককাই ?

বাপিৰাম ॥ সমাজৰ আগত নাঙঠ কৰিলোহেঁতেন।

পিনাকী ॥ আদালতত থিয় হব লাগিলেহেঁতেন।



বাপিৰাম ॥ এইখন দেশ অৰাজক হোৱা নাই।

পিনাকী ॥ নিশ্চয় হোৱা নাই।

বাপিৰাম ॥ মঙ্গল চাইছা যদি হাৰডাল দিয়া।

পিনাকী ॥ মঙ্গলতি বিজ্ঞান সম্মত হলে আৰক্ষীবাহিনী বিচাৰলয় আদিৰ জন্ম নহ'লহেঁতেন। ...

বাপিৰাম ॥ উৰ্ঁ, তোমাৰ এতিয়াও মুখ বন্ধ নহ'ল।

অনুপম ॥ ককাই ! তুমি মোক এইখন সমাজৰ ওচৰত হেয় কৰিছা।

পিনাকী ॥ এইবোৰ বাদ দিয়ক, ককাইৰ চৰিত্ৰ আমি সকলোৱে গম পাইছোঁ।

অনুপম ॥ আপোনাৰ ওচৰত নিজকে বৰ দোষী দোষী ভাব হৈছে।

পিনাকী ॥ আপুনি বেছিকৈ ভাবিছে।

অনুপম ॥ আজি আৰু কাৰ্য্যসূচী সামৰিব পৰা নাযাব।

পিনাকী ॥ শান্তি ৰক্ষা বাহিনীৰ ওচৰত গোচৰ দিয়ক, আৰু আপুনি কাৰ্য্যসূচী আৰম্ভ কৰক।

বাপিৰাম ॥ হুঁ হুঁ...ৰঙা টুপীৰ চোৰেই কুটুম।

পিনাকী ॥ থিক আছে, প্ৰকৃত চোৰক আপোনালোকেক বাহিৰ কৰক, মই আছোঁ।

[ ভিতৰলৈ চাই পুনপুনক মাতে। ] পুনপুন্ !

[ পুনপুনে জাদুৰ খাই সোমাই আহে। পিনাকীক মাৰিব ধৰে। বাপিৰামে পুনপুনক ভিতৰলৈ লৈ যায়। পুনপুনে চিঞৰি চিঞৰি কান্দে। ]

......[ অনুপমক ] লৰাটোৰ কাৰণে বৰ বেয়া লাগে।

অনুপম ॥ ইহঁতৰ এনেকুৱা ব্যৱহাৰৰ কাৰণে মই ক্ষমা বিচাৰিছোঁ।

পিনাকী ॥ লৰা ছোৱালীৰ মান-অভিমান, খং-ৰাগৰ লগত মোৰ পৰিচয় আছে।

বাপিৰাম ॥ [ প্ৰৱেশ ] কিন্তু নিগনিৰ লগত তোমাৰ পৰিচয় আছে না নাই ?

পিনাকী ॥ ওঁহো নিগনি, মোৰ ঘৰত এপাল নিগনি আছে।

বাপিৰাম ॥ নিগনি বোৰে কি খায় ?

পিনাকী ॥ ভজা মাছ।

বাপিৰাম ॥ নহয় সোনৰ হাৰ।

অনুপম ॥ [ পিনাকীক ] আপুনি, ইয়াৰ পৰা যাওঁক।

পিনাকী ॥ দোষ সময়ৰ নহয়, দোষ হৈছে আমাৰ।

[ পিনাকী যাবলৈ ওলায়। বাপিৰামে আগচি ধৰে। ]

বাপিৰাম ॥ যাত্ৰা—ভাত্ৰা বাদ দি আচল কথালৈ আহা।

পিনাকী ॥ [ কৰ্দ্ধ স্বৰ ] মাতক, শান্তি ৰক্ষা বাহিনীক মাতক। মোৰ গাত থকা কাপোৰবোৰ এপদ এপদ কৈ দলিয়াই দিম। তেতিয়া মোৰ নিৰাভৰণা নাৰী দেহটোৰ মাজেৰে সৰকি যাব কিছুমান সন্দেহী চকু। মই-হয়তো শুনিবলৈ পাম প্ৰেক্ষাগৃহত বহি থকা কোনোবা জনতাৰ উচুপনি।...মাতক, শান্তিৰক্ষা বাহিনীক মাতক।

[ জনতাৰ মাজত বহে। অনুপমে চিন্তা কৰি। ঘূৰি ফুৰে। এনেতে ৰামনাথে মুখ মচি মচি সোমাই আহে। ]

ৰামনাথ ॥ অ মোৰ টকা শ ?

বাপিৰাম ॥ হেৰি ডাঙৰীয়া, হাৰডাল এতিয়াও ওলোৱা নাই।

ৰামনাথ ॥ আপিতুক মাতি আনা।

অনুপম ॥ আপোনাৰ পাপ্য মই দিছোঁ। আপুনিক বহক গৈ।

ৰামনাথ ॥ বহিমতো বহিমেই।...কত হাকিম-উকিল, দাৰোগা-মহোৰিৰ লতৰ নোহাৱা বস্তু বাহিৰ কৰি দিছু, কোনো দিনে মোৰ মন্ত্ৰ অথলে যাব নাই, আজি কেনেকৈ অথলে যাবো ? হাৰ অলৃবাই লাগ বো। মহো বাপেকে ৰামনাথ সাদাগৰ। হুঁ...

[ ৰামনাথ-তললৈ নামি গৈ জনতাৰ মাজত বহে ]

অনুপম ॥ [ ৰাইজক ] ৰাইজ, হাৰডাল এতিয়ালৈকে আমি নাপালোঁ।

প্ৰমোদ ॥ [ জনতাৰ মাজৰ পৰা থিয় দিয়ে। ডেকা লৰা। পিন্ধনত পাঞ্জাবী -পায়জামা ] [ অনুপমক ] হাৰডাল মই উলিয়াই দিম। ...

বাপিৰাম ॥ উলিয়াই দিম মানে, ওলাই ছিলেই। মাজতে কিবা খন হ'ল।

প্ৰমোদ ॥ [ প্ৰমোদ মঞ্চত উঠে। ] এইবোৰ যাব দিয়ক। [ ৰাইজক ] ৰাইজ, মোৰ হাতত এডাল দণ্ড আছে। আপোনালোকে দেখিছে এই দণ্ড-[ দণ্ডডাল দেখুৱাই ] দালৰ বং বগা। এই বিজ্ঞান সম্মত দণ্ড ডালৰ বং অনুযায়ী ইয়াৰ কাম। এই দণ্ড ডালৰ সহায়ত যিকোনো দোষীকে সহজতে বাহিৰ কৰিব পৰা যায়।

বাপিৰাম ॥ [ প্ৰমোদক ] তুমি কিবা যাদু খেল দেখুৱাব খুজিছা নেকি ?

প্ৰমোদ ॥ মই যাদুকৰ নহয়।

বাপিৰাম ॥ আমাৰ কিন্তু খেল চাবলৈ সময় নাই।

প্ৰমোদ ॥ মোৰ খেল চাই অকনো আমোদ নাপাব।



বাপিৰাম ॥ এনেকুৱা খেল কিন্তু আগেয়ে আমি দেখা পোৱা নাই।

প্ৰমোদ ॥ দেখিছে, আৰু দেখিব।

বাপিৰাম ॥ হেৰা বোপাই, মোৰ চকু দুটি এতিয়াও কনা হোৱা ন্যই।

প্ৰমোদ ॥ গাওঁ -ভুই, চহৰ-নগৰ, সকলোতে এই একেই খেল।

বাপৰাম ॥ বুজিছোঁ, তুমিও একেই গছৰে গুটি।

প্ৰমোদ ॥ গছ এডাল—ফল কিন্তু ভিন্ ভিন্ ৰসৰ।...বাৰু যাব দিয়ক এই বোৰ।=[ ৰাইজক ] ৰাইজ, মোৰ বিশ্বাস—আপোনালোকে মোৰ কথা বুজাত অকনো অসুবিধা পোৱা নাই। শেষত আপোনালোকক এটি প্ৰশ্ন কৰিব খোজোঁ—আপোনালোকে সচাকৈয়ে এজন মানুহে আপোনালোকৰ ওচৰত প্ৰকাশ হোৱাটো বিচাৰে নে ?

পিনাকী ॥ [ ৰাইজৰ মাজৰ পৰা ] হয় বিচাৰোঁ। কিন্তু এনেদৰে নহয়।

প্ৰমোদ ॥ কেনেদৰে বিচাৰে ?

পিনাকী ॥ বিচাৰক আছে, আদালত আছে। বিচাৰ হওঁক।

প্ৰমোদ ॥ কাক বিচাৰ কৰিব ?

পিনাকী ॥ দোষীক।

প্ৰমোদ ॥ কোনে দোষীক ধৰি দিব ?

পিনাকী ॥ শান্তি ৰক্ষক বাহিনীয়ে।

বিকাশ ॥ [ জনতাৰ মাজৰ পৰা গৈ মঞ্চত থিয় হয়। ] আপুনি বহক।

পিনাকী ॥ [ মঞ্চত উপস্থিত হৈ বিকাশক কয় ] বহিম মানে ?

বিকাশ ॥ [ পিনাকীক ] আদালত মিছা।

পিনাকী ॥ ধৰিললোঁ আদালত মিছা। কিন্তু এখেতে এনেদৰে এডাল দণ্ডৰ সহায়ত হাৰডাল উলিয়াব বিচৰাটো জানোঁ যুক্তি সঙ্গত হৈছে ?

বিকাশ ॥ হৈছে।

পিনাকী ॥ কিন্তু আপুনি এখেতৰ বাবে আদালতত থিয় হব পাৰিব ?

বিকাশ ॥ আৱশ্যক হলে থিয় হম।

পিনাকী ॥ লিখা পঢ়াত যাব লাগিব।

[ বিকাশে এখন কাগজত কিবা লিখি দিয়ে। প্ৰমোদে পঢ়ি পকেটৰ ভিতৰত সোমাই অয়। ] [ প্ৰমোদক ] কিন্তু এয়া আপোনাৰ অন্যায়।

বিকাশ ॥ কিয় ?

পিনাকী ॥ আগেয়ে মই কৈছোঁ আপোনালোকৰ কাৰ্য্যই শাসন পদ্ধতিৰ ওপৰত আঘাট ক'ৰিছে।

বিকাশ ॥ শুনক, আমাৰ মাজৰ পৰা আমিয়ে বৰ বিষৰ সচবোৰ উভালিব লাগিব।

পিনাকী ॥ থিক আছে, আপোনালোকে আগবাঢ়ক। আমি বাট চাইছোঁ।
[ যাব ওলায়। ]

বাপিৰাম। [ পিনাকীক ] ভয় লাগিছে নেকি ?

পিনাকী ॥ ভবিষ্যতৰ পৰিনতিৰ কথা চিন্তা কৰি ভয় লগাতো স্বাভাৱিক।

বাপিৰাম। ভয় লাগিলে পাপ কামত হাত নিদিয়াই ভাল।

অনুপম ॥ [ বাপিক ] বাপি কাই, তোৰ স্থান ইয়াত নহয়।

বাপিৰাম ॥ থিকেই কৈছা। মই ভিতৰলৈ আহিলোঁ। [ ভিতৰলৈ সোমাই যায়। ]

পিনাকী ॥ [ অনুপমক ] বৰুৱা, যি পৰিনতিৰ কথা মই কৈছোঁ—এয়া পৰিনতি মোৰ, আপোনাৰ, আমাৰ সকলোৰে। [ জনতাৰ মাজত ৰহে। ]

প্ৰমোদ ॥ [ বিকাশক ] বাৰু, আপোনাৰ নাম কি ?

বিকাশ ॥ বিকাশ বৰুৱা।

অনুপম ॥ [ বিকাশ ] বাৰু, আপোনাৰ আদালতলৈ ভয় নাই ?

বিকাশ ॥ মোৰ মৃত্যুলৈ অকনো ভয় নাই।

অনুপম ॥ বৰ বিষৰ সচ-বোৰ উভালিব পাৰিব ?

বিকাশ ॥ আদালতে জানোঁ পাৰিব ?

অনুপম ॥ নোৱাৰে।

বিকাশ ॥ কিন্তু সমাজখন এনেদৰে নচলে।

প্ৰমোদ ॥ হোঃ হোঃ হোঃ

বিকাশ ॥ [ প্ৰমোদক ] আপুনি হাঁহিলে যে ?

প্ৰমোদ ॥ হয় হাহিলোঁ।

বিকাশ ॥ আমাৰ পথ এটি বৃত্ত নহয়, আমাৰ গতিপথ এটি উৰ্দ্ধমুখী সৰল ৰেখা।

প্ৰমোদ ॥ শুনক বৰুৱা, এদিন প্ৰমোদ কলিকাতাইও থিক আপোনাৰ দৰে ভাবিছিলোঁ। কিন্তু আজি কালি ভাবিবলৈ বাদ দিছোঁ। কিয় জানে ?

বিকাশ ॥ [ নিমাত ]

প্ৰমোদ ॥ বহুতেই কয় এইখন এখন উদ্যান। আমি হলোঁ এই উদ্যানৰ একোপা



ফুল। মই কিন্তু কম এইখন ফুলনি নহয়। এইখন হ'ল দণ্ডকাৰাণ্য। দণ্ডকাৰাণ্যত(বনৰাজে কিবা বিচাৰি ফুৰিছে। কি বিচাৰিছে বাৰু ? বিষ ?

বিকাশ ॥ নহয় অমৃত।

প্ৰমোদ ॥ বিষ খোৱা জীৱে কেতিয়াও অমৃত হজম কৰিব নোৱাৰে।

বিকাশ ॥ পাৰে। বিষ খাই খাই অমৃত বিচাৰিছে।
[ দৰ্শকৰ মাজত বহে। ]

প্ৰমোদ ॥ অমৃত বিচাৰিছে ? তেনেহলে হাৰডাল চুৰি হ'ল কেনেকৈ ?
[ প্ৰমোদে দণ্ডাল হাতত লয়। পুনপুনৰ প্ৰৱেশ। পুনপুনৰ পিছে পিছে বাপিৰাম ]

পুনপুন ॥ [ শান্ত ভাবে প্ৰমোদৰ ওচৰ চাপে। গলৰ হাৰডাল দেখুৱায়। দৰ্শকক দেখুৱায়। প্ৰমোদক সকলোবোৰ সি ব্যক্ত কৰে। ] হা—হা— হাৰ। চু—চু চুৰি।

বাপিৰাম ॥ আমি ভিতৰৰে মানুহ। কিন্তু বাহিৰলৈ আহিব লগা হয় কিয় ?
[ প্ৰমোদে পুনলৈ চায়। পুনপুনে প্ৰমোদলৈ চাই চুকুপানী টুকি টুকি প্ৰস্থান। বাপিৰামে মুখত বিৰক্তিৰ ভাব লৈ প্ৰস্থান কৰে। অনুপম ভাবাবেগত অধীৰ। প্ৰমোদ দৃঢ় হৈ পাৰে। দণ্ডাল উলিয়াই লয়। প্ৰথমতে কচৰৎ কৰাৰ নিচিনা হাতখন তল ওপৰ কৰিব ধৰে। প্ৰমোদ জ্ঞাণশূন্য হৈ পৰে। মঞ্চৰ ওপৰত তিনপাক ঘূৰে। দৰ্শকৰ মাজলৈ নামি যায়। ৰামনাথৰ সম্মুখত হাতখন বৈ যায়। ৰামনাথে ভয়তে চিঞৰি উঠে। লাহে লাহে ৰামনাথ মঞ্চৰ ওপৰত থিয় হয়। ৰামনাথৰ পিছে প্ৰমোদ ঘূৰে। ]

প্ৰমোদ ॥ হাৰডাল উলিয়াই দিয়ক।

ৰামনাথ ॥ বেঙোৰ বচনত বাইৰাহ নহৈ।

প্ৰমোদ ॥ বেঙৰ বচনতে বাৰিষা হয়। হাৰ দিয়ক

ৰামনাথ ॥ নেদলি কি কৰবা ?

প্ৰমোদ ॥ মৃত্যু হব।

ৰামনাথ ॥ [ ভয়তে ] মো-মো মোৰ ওচৰোত হাৰ নাই।

প্ৰমোদ ॥ তেতিয়া হলে মোৰ এই বিজ্ঞান সম্মত দণ্ড মিছা ?

ৰামনাথ ॥ মি-মি-মিছা। মিছা।

প্ৰমোদ ॥ প্ৰমাণকে চোৱা যাওঁক।
[ এথোজ আগুৱাই আহে। এনেতে উইনচৰ মাজেৰে কদৰ্য্য ক'লা হাত

এখনে প্ৰমোদৰ সন্মুখত বাধাৰ সৃষ্টি কৰে। ৰামনাথে ক'লা হাত থকা উইন্‌চৰ কাকেৰে পলায়ন কৰে।]

…[বাইজক] চাওঁক বাইজ, মোৰ সন্মুখত এই খন হাতে বাধাৰ সৃষ্টি কৰিছে। আপোনালোকে দেখিছে হাতখন কদৰ্য্য ক'লা। কিন্তু বাইজ, চোৰ [ৰামনাথে পলোৱা পিনে নিৰ্দ্দেশ কৰে।] এই পিনে পলায়ন কৰিছে।

[প্ৰমোদ আগুৱাই যায়। হাতখনে প্ৰমোদৰ গলত ধৰি টানি লৈ যায়। ভিতৰত প্ৰমোদৰ মুখৰ পৰা গো-গোৰনি বাহিৰ হয়। এখন্তেক পিছত মাৰ যায়।]

অনুপম॥ শ্ৰদ্ধেয় বাইজ, আপোনালোকে প্ৰমোদ কলিতাৰ শেষ পৰিণতি দেখিলে। এই পৰিণতি পাইঁৰি আপোনালোকে মোৰ বক্তব্য শুনিব বিচাৰিব পাৰে, কিন্তু মই অক্ষম। মোৰ বিশ্বাস, ইয়াৰ কাৰণে মই দোষী নহয়।

॥ আঁৰ কাপোৰ ॥

## তৃষ্ণাৰ্ত—

গুৱাহাটীৰ এভাৰ গ্ৰীন ক্লাবৰ দ্বাৰা অনুষ্ঠিত ১৯৭১ চনৰ ৺ফণী শৰ্মা একাংকিকা নাট প্ৰতিযোগিতাত মুগুৰীয়া ভাতৃ সংঘই নাটখন জিলা পুথিভড়ালত মঞ্চস্থ কৰে। প্ৰতিযোগিতাত নাটখনে শ্ৰেষ্ঠ নাটৰ পুৰস্কাৰ লাভ কৰে। ইয়াৰ উপৰিও হয় শ্ৰেষ্ঠ দল, আৰু শ্ৰেষ্ঠ শিশু শিল্পীৰ বটা লাভ কৰে।

একে চনতে নলবাৰীৰ আৰ্টস্কুলে নলবাৰীৰ জিলা পৰ্য্যায়ৰ প্ৰতিযোগিতাত নাটখন মঞ্চস্থ কৰে। প্ৰতিযোগিতাত শ্ৰেষ্ঠ নাট, শ্ৰেষ্ঠ পৰিচালক, শ্ৰেষ্ঠ দল, শ্ৰেষ্ঠ অভিনেতা আৰু শ্ৰেষ্ঠ শিশু শিল্পীৰ পুৰস্কাৰ লাভ কৰে।

একে চনতে মুগুৰীয়া ভাতৃ সংঘৰ সভ্য বৃন্দই "চিত্ৰ লেখা নাট্য মঞ্চত" নাট খন এনিশাৰ কাৰণে অভিনয় কৰে।

একে চনতে নলবাৰী আৰ্টস্কুলে নাট খন সদৌ অসম একাংকিকা নাট প্ৰতিযোগিতাত মঞ্চস্থ কৰে। প্ৰতিযোগিতাত নাটখনে বাইজৰ পৰা যথেষ্ট প্ৰসংশা লাভ কৰে। লগতে শিশু শিল্পীৰ বটা লাভ কৰে।

১৯৭২ চনৰ শাৰদীয় সংখ্যা "নতুন প্ৰবাহত" নাটখন প্ৰকাশিত।

চৰিত্ৰ সমূহ ঃ

মাণকী।
মহানন্দ।
নবীন।
প্ৰবীন।
গহীন।




## মঞ্চ পৰিকল্পনা

(১) মানুহৰ জকাঁ। (২) শুকান গছ। (৩) আঞ্চলিক পঞ্চায়তৰ অফিচ। (৪) গাওঁ পঞ্চায়তৰ অফিচ। (৫) কৃষি উদ্যোগ কেন্দ্র। (৬) গাওঁ।

লাগতিয়াল বস্তু ॥ মানুহৰ জকাঁ, শুকান গছ, চিলভাৰৰ ঘটা এটি,

মঞ্চসজ্জা ॥ এখন শুকান পথাৰ। এটি মানুহৰ জকাঁ ক'লা পৰ্দাত অৰঁা আছে। মঞ্চৰ সন্মুখত এডাল শুকান গছ। পাত নাই, কিন্তু ঠাল ঠেঙুলী আছে। মঞ্চৰ ওপৰত শুকান পাত ঘাহঁ আদি আছে।

আৰঁ কাপোৰ আতঁৰাৰ লগে লগে দেখা যায় মহানন্দক। মঞ্চৰ ওপৰত থিয় দি আছে দাড়ি গোফে ভবকাৰ মহানন্দ। তাৰ গাত ফটা চিটা কাপোৰ। দেহত, চকু-মুখত দৰিদ্ৰতাৰ ছাপ। ডেকা বয়স। দূৰৰ পৰা করুণ সুৰ এটি ভাহি আহে। মহানন্দই কিবা চিন্তা কৰি মঞ্চৰ ওপৰত এটি পাক চতুভূজাকৃতিত ঘূৰে আৰু লাহে লাহে জকাঁটোৰ পিনে আগুৱাই যায়। ইয়াকে দেখি জকাঁটোৱে দুবাৰ খুক্ খুকাই হাঁহে। মহানন্দ ভয়তে উচাপ খাই উঠে।

মহানন্দ ॥ [কথা বতৰা, অঙ্গি ভঙ্গি বিকৃত জঁকাটোক উদ্দেশ্য কৰি] ই হাঁহে, ই হাঁহে। ঐ নবীন তইঁত আহ ঐ। দেখিছ ই কেনেদৰে হাঁহিছে? এদিন তইঁতেই কৈছিলি নহয়, ই নাহাঁহে বুলি। কিন্তু ক'তা? এয়াৰ হাঁহি বন্ধ হ'ল জানো? আহ ঐ নবীন আহ। প্ৰবীন আহ। ক'লৈ গৈছ? নাহ? আহ। তইঁত আহ।



[লগে লগে নবীন, প্ৰবীন, গহীন মঞ্চত সোমায়। সিহঁতে প্ৰত্যেকে প্ৰত্যেকক পিছদি ওপৰলৈ চাই থাকে। নবীনৰ বয়স ওঠৰ, চকু-মুখ-দেহত দৰিদ্ৰতাৰ ছাপ। পিন্ধনত মলিয়ন চাৰ্ট-পেন্ট। প্ৰবীনৰ বয়স ত্ৰিশ। চকু-মুখত, দেহত দৰিদ্ৰতাৰ ছাপ। পিন্ধনত মলিয়ন চুৰিয়া চোলা। গহীনৰ বয়স পচপন্ন। চকু-মুখত,-দেহত দৰিদ্ৰতাৰ ছাপ। পিন্ধনত মলিয়ন চুৰিয়া চোলা।] [নবীনহঁতক লক্ষ্য কৰি] ই হাঁহে। ই হাহেঁ। দেখিছ ই কেনেদৰে হাঁহে।

[সিহঁতে মহানন্দৰ কথালৈ মন নকৰে। সিহঁত প্ৰত্যেকে নিজৰ ভাবত বিভোৰ। শেষত মহানন্দই ওপৰলৈ চকু তুলি চায়।]

নবীন ॥ [ওপৰলৈ চাই] নো, নো, নহব। নহব। [একে ভঙ্গীত আকাশলৈ চাই থাকে]

প্ৰবীন ॥ এবা নহব। আকাশত মেঘ নাই, আছে জুঁই। এই জুইয়ে আমাক পুৰিবলৈ মুখ মেলি আহিছে বুজিছ। [ওপৰলৈ চাই থাকে।]

নবীন ॥ [প্ৰবীনক] কিন্তু নোৱাৰে ব্ৰাদাৰ। এই জুঁইয়ে আমাক পুৰিব নোৱাৰে।......আকাশত মেঘ নাই, কিন্তু পৃথিবীৰ বুকুততো পানী আছে।
[বেগাই প্ৰস্থান। বাহিৰলৈ]

প্ৰবীন ॥ হুঁ কি কৈছ?......বুজিছোঁ। ময়ো বহি থকা নাই।
[বাহিৰলৈ বেলেগ পথেৰে বেগাই প্ৰস্থান]

গহীন ॥ [উইংনচৰ ওচৰলৈ আহি] হেৰৌ, কি কৈ গলি? বোলো, ময়ো পৰিমৰা ভকত নহয়। হুঁ—

[বাহিৰলৈ বেগাই ওলাই যায়। কিন্তু নবীন প্ৰবীনৰ পথেৰে নহয়। অইন এটি পথেৰে। মহানন্দই সিহঁতলৈ চাই থাকে। এনেতে গাওঁ পিনৰ পৰা সোমাই আহে মানিকী। সোমাইয়ে চাৰিওপিনে এবাৰ চায়। তাই মহানন্দৰ পিনে আগুৱাই যায়। মানিকীৰ বয়স সাত-আঠ বছৰ। ছোৱালীজনীৰ চকু-মুখ অবয়াবত দৰিদ্ৰতাৰ ছাপ।]

মানিকী ॥ ককাই, আমাৰ ঘৰৰ কাৰোবাক দেখিছিলি?

মহানন্দ ॥ [দেখা বুলি মূৰ দুপিয়ায়]

মানিকী ॥ দেখিছ? ক'ত আছে? ক'ত আছে তেওঁলোক?

মহানন্দ ॥ [বাহিৰৰ বহুত দূৰলৈ দেখুৱাই দিয়ে।]

মানিকী ॥ ওলাই গ'ল? ক'লৈ গ'ল? ক'লৈ গ'ল?

মহানন্দ ॥ [ নাজানোঁ বুলি মুখেৰে প্ৰকাশ কৰে। ]

মাণিকী ॥ [ বাহিৰলৈ ব্যগ্ৰ হৈ চায়। মঞ্চৰ মাজলৈ উভতি আহি ] মই যাওঁ ককাই। মই যাওঁ। [ বেগাই বাহিৰলৈ যাবলৈ উদ্যত হয়। ]

মহানন্দ ॥ [ বিড়বিড়াই মাতে ] ঐ……[ হাত বাৰ দি মাতে। মাণিকী এখোজ আগুৱাই আহে। মহানন্দই জিজ্ঞাসু দৃষ্টিৰে চাই থাকে। ]

মাণিকী ॥ জানইতো ঘৰত মহাবিপদ। ঘৰৰ কোনোবাই আহিলে কথাটো কবি দেই।

[ বাহিৰলৈ প্ৰস্থান ]

[ মহানন্দই মানিকীকৈ চাই থাকে। কিবা এটি কব খুজিও কব নোবাৰে। ]

নবীন ॥ [ বাহিৰৰ পৰা নবীনৰ ব্যস্ত ভাবে প্ৰৱেশ। চাৰিও পিনে এবাৰ চায়। মহানন্দকত কয়। ] হেল্লো!

মহানন্দ ॥ [ বাহিৰলৈ চাই থাকে। ]

নবীন ॥ [ এখোজ আগুৱাই গৈ মহানন্দক কয় ] হেল্লো, ক্লষি উদ্যোগ বিষয়া ইয়ালৈ আহিছিল নেকি অ?

মহানন্দ ॥ [ নবীনৰ মুখলৈ চাই থাকে। ]

নবীন ॥ মুখলৈ এনেদৰে ভে-ভে কৈ চাই থাকিলে কি হব? গিভ মি দি এন্চাৰ। উত্তৰ দে।

মহানন্দ ॥ [ অঙ্গি ভঙ্গীৰে)অহা নাই বুলি মহানন্দই প্ৰকাশ কৰে। ]

নবীন ॥ আচ্ছা, আহিলে অলপ ৰব কবি।

[ বাহিৰলৈ ব্যস্ত হৈ ওলাই যায়। ]

মহানন্দ ॥ [ চিঞৰি ] ঐ……[ নবীনক হাত বাউল দি মাতে। ]

নবীন ॥ [ উভতি আহি। ] মাতিছ কিয়? মোৰ টাইমৰ মূল্য আছে। ভবিষ্যতলৈ কিন্তু ওৱাৰ্নিং দি দিছোঁ।

মহানন্দ ॥ [ মাতি ] অই, অই,– …পিছে শুন, মাণিকীয়ে কৈছে তইঁহতৰ ঘৰত মহাবিপদ।

নবীন ॥ বিপদ! জেনজাৰ !!……ফুহঁ।

[ বাহিৰলৈ বেগাই প্ৰস্থান। মহানন্দই কিবা এটি চিন্তা কৰে। ক্ষন্তেক পিছতে নবীনক মাতিবলৈ উদ্যত হয়। এনেতে প্ৰবীনৰ প্ৰৱেশ। মঞ্চৰ ওপৰত চাৰিও পিনে নবাৰ চায়। শেষত মহানন্দৰ ওচৰলৈ যায়। ]

প্ৰবীন ॥ [ মহানন্দক ] অই, অই,……



মহানন্দ ॥ [ মহানন্দই মুখলৈ চাই থাকে। ]

প্ৰবীন ॥ অই, আঞ্চলিকৰ সভাপতি ইয়ালৈ আহিছিল নে কি অ?

মহানন্দ ॥ [ মহানন্দই মূৰ জোকাৰে দেখা নাই বুলি। ]

প্ৰবীন ॥ দেখা নাই? হুঁ দেখিবি মাণিকীকহে, অইনক আৰু দেখিবি কিয়? …কিন্তু সাৱধান, ভবিষ্যতে যদি মাণিকীক তোৰ ওচৰত দেখো কথা বেয়া হব কিন্তু।

মহানন্দ ॥ মোক কোৱতকৈ মাণিকীকে কবি। হুঁ—

প্ৰবীন ॥ মাণিকীক কব লাগে?…নকওঁ। তোকহে কৈছোঁ। তাইৰ আগত যি ইচ্ছা তাৰে ভাওঁ দিবি, যি, ইচ্ছা তাৰে সাধু কবি, কিন্তু শুন—তোক আজি খাটাৰ কথা কৈছোঁ কিন্তু, বুজিছ? [ বাহিৰলৈ যাবলৈ উদ্যত হয়। )

মহানন্দ ॥ অই, শুনি যা। [ হাত বাউল দিমাতে। ]

প্ৰবীন ॥ পাগলৰ কথাত কোনো মূল্য নিদিওঁ। বুজিছ?

মহানন্দ ॥ এইটো জানোঁ। পিছে শুন, মানিকীয়ে কৈছে তইঁতৰ ঘৰত মহাবিপদ।

প্ৰবীন ॥ বিপদ! ঘৰত বিপদ, বাহিৰত বিপদ, সকলোতে বিপদ। বুজিছ?

[ বাহিৰলৈ দ্ৰুত গতিত ওলাই যায়। প্ৰবীনে যোৱাৰ পিনে মহানন্দই চায়। হাত বাউল দি মহানন্দই মাতিব বিচাৰে। এনেতে মাণিকী বাহিৰৰ পৰা সোমাই আহে। ]

মাণিকী ॥ ককাই! ককাই !!

মহানন্দ ॥ [ মাণিকীৰ মুখলৈ চকু তুলি চায়। ]

মাণিকী ॥ মই তেওঁলোকক কতো লগ নাপালোঁ।

মহানন্দ ॥ পানীৰ কাৰণে হাবাথুৰি খাই ক্ষুৰা মানুহ এঠাইতে বৈ থাকিব নোৱাৰে।

মাণিকী ॥ মই আহিলোঁ ককাই। [ বেগেৰে বাহিৰলৈ প্ৰস্থান। ]

মহানন্দ ॥ [ চিঞৰি ] অই! [ হাত বাউল দি মাতে। ]

মাণিকী ॥ [ বাহিৰৰ পৰা ] নহয় ককাই. ঘৰত মহা বিপদ।

মহানন্দ ॥ অই, মইও তোৰ লগতে যাওঁ আহ।

মাণিকী ॥ [ মঞ্চলৈ সোমাই আহে ] নহয় ককাই, তই যাব নালাগে। গলে আমাৰ ঘৰৰ মানুহে তোক মাৰি পেলাব।

মহানন্দ ॥ উ তই ঠিকেই কৈছ। মোক সিহঁতে মাৰি পেলাব।…আৰু তইঁতৰ ঘৰখনে যদি একোৱে নকৰে তই মই কি কৰিব পাৰোঁ?…তই এজনী সৰু

ছোৱালী, আৰু মই? এজন সকলোৰে মানত পাগল। হাঃ হাঃ হাঃ পাগল হাঃ হাঃ হাঃ।

মাণিকী॥ তই, এনেদৰে নাহাঁহিবি। মোৰ বৰ ভয় লাগে।

[মহানন্দলৈ ভয়াৰ্ত চাৱনিৰে চাই চাই বাহিৰলৈ ওলাই যায়। মহানন্দই মাণিকীলৈ এধন্তেক চাই থাকে। কিবা কবলৈ বিচাৰে। কিন্তু পিছমুহূৰ্ত্ততে মাণিকীক নামাতি অঙ্গি ভঙ্গিৰে বাহিৰলৈ যাবলৈহে দিয়ে। এনেতে বাহিৰৰ পৰা চিঞৰি চিঞৰি সোমাই আহে গহীন।]

গহীন॥ কাকো নিদিওঁ। অকলে মোৰ কঠিয়া খিনিহে পাৰিম। হুঁ কাকো নিদিওঁ।

মহানন্দ॥ [গহীনৰ মুখলৈ চাই থাকে।]

গহীন॥ হেৰৌ, একেবাৰে নিমাতি কন্যা হলি।···হৈ থাক। কিন্তু শুন, প্ৰবীনহতঁক কবি—মই মোৰ বস্তু সিহঁতক কেতিয়াও নিদিওঁ। [চাৰিও পিনে চায়।]

মহানন্দ॥ পিছে নবীন প্ৰবীন তোৰে লৰা।

গহীন॥ হেৰৌ, হলেই জানিবা। তাতনো তোৰ কি হ'ল? সিহঁতে জানোঁ মোৰ লগত সম্পৰ্ক ৰাখিছে?

মহানন্দ॥ তই জানোঁ ৰাখিছ?

গহীন॥ চুপ্। সিহঁত নৰকৰ কীট। সিহঁতৰ অত্যাচাৰত বেলেগ হলোঁ। দুদিন পিছত সিহঁতো দুফাল হ'ল।

মহানন্দ॥ হয়, তহঁতে প্ৰত্যেকেই ভিন্ ভিন্ হলি। কিন্তু কিয়? কিয়জান—যি পোকে মোক এদিন দংশন কৰা বুলি কৈছিলি, সেই পোকে মোক দংশন নকৰিলে কৰিলে তহঁতক।

গহীন॥ হেৰৌ, গাৰ পিৰ, পিৰনি উঠিছে নহয়? দুদিন অপেক্ষা কৰ, গাৰ পিৰ পিৰণি মাৰিব। হুঁ ভালকৈ পিঠিত তেল দি থ।

[বাহিৰলৈ যাবলৈ উদ্যত হয়।]

মহানন্দ॥ অই শুন!

গহীন॥ পণ্ড কৰিলি। যাত্ৰাটোৱে পণ্ড কৰিলি। আহ্, হ্, পণ্ড হৈ গ'ল। পণ্ড হৈ গ'ল। পণ্ড হৈ গ'ল। [মূৰে কপালে হাত দি বহি পৰে।]

মহানন্দ॥ অ, শুনচোন।

গহীন॥ [খিয় দি খণ্ডত কয়] কি শুনিব লাগে? কি শুনিব লাগে?···



সকলো নষ্ট কৰিলি। যাত্ৰা কৰি ওলালো পঞ্চায়তৰ সভাপতিৰ ওচৰলৈ।···ইয়াত আৰু শুনিব লগা কিটো আছে?

মহানন্দ॥ পিছে শুন চোন, মাণিকীৰ মহা বিপদ।

গহীন॥ কাৰ?···অ মাণিকীৰ? হেৰৌ, মাণিকীৰ বিপদ হ'ল মোৰ কি হ'ল?

[তিনি খোজ পিছুৱাই আহি পুনৰ যাত্ৰা কৰি বাহিৰলৈ যাবলৈ উদ্যত হয়।]

নবীন॥ [দ্ৰুত গতিত বাহিৰৰ পৰা নবীনৰ প্ৰৱেশ।] ফাডাৰ, মানে দেউতা আপুনি—

গহীন॥ 'মানে' 'মানে' এইবোৰ আৰু কি পুত্ৰ? ইংৰাজী স্কুলত দুটা শ্ৰেণী পঢ়ি লাট্ চাহেব হৈ পৰিলি। হেৰৌ, নতুনকৈ আজি আৰু দেউতা বুলিব নালাগে। তোমাৰ পৰাই ফাদাৰ, ব্ৰাদৰ, দটাৰ এইবোৰ বুজি পোৱা হলোঁ পুত্ৰ।

নবীন॥ আপুনি বেয়া পালে নেকি ফাদাৰ? কিন্তু আপুনি বেয়া পালেও কোনো কেয়াৰ নকৰোঁ। কাৰণ আপোনাকো মই বেয়া পাইছোঁ।

গহীন॥ হেৰৌ, ভাল লগাবলৈ ফুল জল দিব লাগিব নেকি?

নবীন॥ নো, নো ফাদাৰ। ফুল জল মোক নালাগে।···কিন্তু ফাদাৰ, এইবাৰ কিন্তু মোৰ মাটিৰ ওপৰৰে আপোনাৰ হাল-গৰু যাব নিদিওঁ।

গহীন॥ হেঃ হেঃ হেঃ বোপাই, তোৰো ক'লা পাৰ চৰাই দুটি ভালদৰে চম্ভালিবি।

নবীন॥ কি ক'লে ফাদাৰ? মনত ৰাখিব মোৰ নাম নবীন। এই নবীনে ফাকৃতাল জানে। [বাহিৰলৈ যাবলৈ উদ্যত হয়, কিন্তু উভতি আহে।] ···ফাদাৰ, এই নবীনে মেৰ পেচো জানে। এই মেৰ পেচত কোনে বান্ধ খায় তাক কব পৰা নাই।

[এনেতে ব্যস্তভাবে মাণিকীয়ে বাহিৰৰ পৰা, সোমাই আহে।]

গহীন॥ হেৰৌ মোৰ নাম গহীন। বোলো শুকক বেদ পঢ়ুৱাৰ আহিছ?

মাণিক॥ অ ককাদেউতা, অ খুড়া, আপোনালোকে ইয়াতে আছে? আপোনালোকক বিচাৰি মই ইমূৰ সিমূৰ মাৰিলোঁ।

গহীন॥ [ডেকাহি মাৰি] হেৰৌ, বৰ ভাল কৰিলি।

নবীন॥ মাণিকী, তই আমাক কিয় বিচাৰিছ? তয়ো ওৰাটাৰ মানে পানী বিচাৰিছ নেকি?

মাণিকী॥ পানী আমাক লাগিবই খুড়া। কিন্তু আপোনালোকে এতিয়াই ঘৰলৈ বলক। বৰ বিপদ।

নবীন+গহীন ॥ [ হোঃ হোঃ কৈ হাঁহি দিয়ে। ]

গহীন ॥ হেৰৌ, তোৰ মুখৰে পৰাই বহুত দিন ধৰি এই বিপদৰ কথা শুনিলোঁ। এতিয়া আৰু নতুনকৈ শুনাব নালাগে। তই ইয়াৰ পৰা গুচি যা।

মাণিকী ॥ এয়া কি কৈছে ককাদেউতা ?

নবীন ॥ ফাদাৰে ঠিক কথাকে কৈছে। এইখন পথাৰত এটুপি পানী নাই। তই সদায় চিঞৰি আছ বিপদ, ডেনজাৰ। বিপদৰ কথা চিন্তা নকৰি তয়ো আমাৰ লগতে পানীৰ কথা চিন্তা কৰ।

মহানন্দ ॥ অ, অ পানী আমাক লাগে। কিন্তু তহঁতৰ যদি কিবা এটি অঘটন ঘটে তহঁতে পানী বিচাৰিবলৈ সাহস পাবি ক'ত ? দেহত বল পাবি ক'ত ?

গহীন। হেৰৌ, মনে মনে থাক। তোৰ পিঠিত বাম টাঙোন উঠিব।

নবীন ॥ ফাদাৰ, ইয়াৰ পিঠিত বাম টাঙোন তুলিব লাগে। বুজিছ, এইখন পথাৰ তোৰ নহয় এইখন পথাৰৰ পূৰ-পশ্চিম, উত্তৰ-দক্ষিণ সকলো আমাৰ।

[ মহানন্দই নবীনৰ মুখলৈ চাই কিবা এটি বুজিবলৈ চেষ্টা কৰে। ]

মাণিকী ॥ নহয় খুড়া, [ খুড়াকৰ হাতত ধৰি ] এইবোৰ কথা এতিয়া বাদ দিয়ক। আহক, পলম নকৰিব। [ খুড়াকৰ হাতত ধৰি টানে। ] আহক।

নবীন ॥ শুন মাণিকী, এইটো বিপদ ডাঙৰ হলেও সন্মুখত যিটো বিপদে থিয় দিছে, তাতকৈ ডাঙৰ হব নোৱাৰে।

প্ৰবীন ॥ [ বাহিৰৰ পৰা প্ৰৱেশ ] এই বিপদত কোনোৱে নমৰ, অকল মইহে মৰিব লাগিব। বুজিছ ?

নবীন ॥ মানে ব্ৰাদাৰ, ইয়াৰ মানেটো কি ?

মাণিকী ॥ [ দেউতাকৰ হাতত ধৰি ] পিতা। পিতা !!

প্ৰবীন ॥ হুঁ মানে টো কি !···অই, ভণ্ডই ইয়াৰ মানে কি সেইটো ভালদৰে বুজি পায়। কিন্তু বুজিলেও নুবুজাৰ ভাওঁ ধৰে। বুজিছ ? [ মাণিকীৰ হাত এচাৰ মাৰি একৰায় ! ]

নবীন ॥ ভণ্ড মানে মানে···থিক্, নহয় জানোঁ ব্ৰাদাৰ ?

মাণিকী ॥ [ জোৰকৈ দেউতাকৰ হাতত ধৰি। ] আপুনি মোৰ কথা শুশুনে কিয় ?

প্ৰবীন ॥ [ খঙত মাণিকীৰ হাত এচাৰ মাৰি ] তোৰ হৈছে কি ?

নবীন ॥ ব্ৰাদাৰ, হব আৰু কি ?···বিপদ। হাৰে এইখন সংসাৰত বিপদ আপদ সকলো এক হৈ গ'ল। দেখিছ ব্ৰাদাৰ, তোৰ ছোৱালী কি মূৰ্খ ?



মহানন্দ ॥ মূৰ্খ ! হাঃ হাঃ হাঃ মূৰ্খ !!···

গহীন ॥ [ মহানন্দক ] হেৰৌ, একেপাত চৰতে ত্ৰিভূবন দেখিবি।

মহানন্দ ॥ চৰাব পাৰিবি। কিন্তু মই কম, মূৰ্খ মাণিকী নহয়, মূৰ্খ হৈছ তহঁত।

ন+গ+প্ৰ ॥ [ খঙত ] মহানন্দ !

[ তিনিওজনে একোটি একোটি খোজ পেলাই মহানন্দৰ ওচৰলৈ আহে আৰু নবীনে গলত চেপিবলৈ উদ্যত হয়। বাকী দুজনেও হাত তোলে। ইয়াকে দেখি মাণিকীয়ে আহি মহানন্দৰ বুকুৰ মাজত সোমায়। মাণিকীয়ে চিঞৰি উঠে "ককা দেউতা-খুড়া"। তিনিওজনে সেই চিঞৰক মন নকৰে। মহানন্দৰ স্থিৰ দৃষ্টি দেখি সিহঁতে হাত পেলাই দিয়ে। নিজৰ দুৰ্ব্বলতা ঢাকিবলৈ চেষ্টা কৰি "পাগল" বুলি কৈ আতঁৰি পৰে। ]

প্ৰবীন ॥ মাণিকী,তোক ইয়াৰ পৰা যাব কৈছোঁ বুজিছ ?

মাণিকী ॥ [ আবেগ ] পিতা।

গহীন ॥ হেৰৌ দেশ কাল ৰসাতলে গ'ল। পেটৰ ছলিয়েও নমনা হ'ল।

মাণিকী। [ দেউতাকৰ মুখলৈ এখন্তেক সময় চাই থাকি উচুপি উঠে মাণিকী। ] আপোনালোকে বিপদটোৰ কথা অকনো চিন্তা কৰা নাই কিয় ?

প্ৰবীন ॥ চিন্তাৰ আৱশ্যক নাই।

মাণিকী। [ উচুপি উচুপি কান্দি উঠে। কান্দি কান্দি খুড়াকৰ ওচৰ চাপোতে খুড়াকে ফুঁই বুলি আঁততি পৰে। দেউতাকৰ ওচৰ চাপোতে দেউতাকে পিছ মুখ দিয়ে। ককা দেউতাকৰ ওচৰ চাপোতে ককাকে হাত তুলি মাৰিবলৈ উদ্যত হয়। ]···সচাঁকৈয়ে মোক আপোনালোকে মাৰি পেলাওঁক। নহয়, নহয়, মোক আপোনালোকে মাৰিব নালাগে, মই নিজেই মৰিম। আপোনালোকে যদি মোৰ লগত নাযায় মই আজিৰ পৰা এটুপি পানীও নাখাওঁ ! [ ভিতৰলৈ প্ৰস্থান। ]

প্ৰবীন ॥ শুন নবীন, তহঁতক বাহ গছৰ পাতেৰে মোৰ চোতাল ভৰি পৰিল।

গহীন ॥ হেৰৌ প্ৰবীন, আমাক কোৱাতকৈ বাহ গছ কেইজুপিকে কবি।

প্ৰবীন ॥ আৱশ্যক হলে কব লাগিব।

গহীন ॥ বাহ-গছত থকা বীৰাটোৱে তোক চুমা খাই নাকটো একৰালেই মহাবিপদ হব [ মহানন্দক ] হেৰৌ মহানন্দ, মই আহিলোঁ। মোক বিচাৰি এজন মানুহ আহিব। আহিলে অলপ বৰ কবি। [ বাহিৰলৈ প্ৰস্থান ]

নবীন ॥ ফাদাৰ আৰু বীৰাটোৰ মাজত অকনো পাৰ্থক্য নাই।

প্ৰবীন ॥ [ নবীনলৈ চাই বেকাকৈ হাঁহে। ] বাহ গছৰ শুকান পাতৰ জুইয়ে বাহ গছকো পুৰে, বীৰাও খেদে। [ মহানন্দক একোনলৈ মাতি নি কানৰ কাষত ফাচ্ফুচকৈ কিবা- কিবি কৈ বাহিৰলৈ প্ৰস্থান কৰে। ]

নবীন ॥ [ মহানন্দৰ ওচৰলৈ আহি ] ব্ৰাদাৰ, পাগল আৰু কুটৰ মাজত অকনো পাৰ্থক্য নাই।

মহানন্দ ॥ [ মুখলৈ চাই ] ব্ৰাদাৰ!

নবীন ॥ ইয়েচ ইয়েচ, তই ব্ৰাদাৰ, সি ব্ৰাদাৰ, সকলোৱে—

মহানন্দ ॥ এৰা, পাগলক জানোঁ ভাই বুলি সাৰটি লবি?…কিন্তু শুন, তইঁতে যি মাতৃৰ পৰা জন্ম লভিছ ময়ো সেই একেই মাতৃৰ পৰা জনম লভিছোঁ। যিখন ঘৰত ওইঁতে ডাঙৰ দীঘল হৈছ—সেইখন ঘৰত ময়ো ডাঙৰ দীঘল হৈছোঁ।- যি বতাহ তইঁতে সেৱন কৰিছ, সেই বতাহ ময়ো সেৱন কৰিছোঁ। অথাপি আজি পিতৃয়ে ভুলতো পুত্ৰ বুলি নকয়, ভাতৃয়ে কাচিতো ভাই বুলি নামাতে। আনকি মানিকাৰ ওচৰতো মই হৈ পাৰিলোঁ খুড়াৰ সলনি ককাই। কিন্তু কিয়? হুঁ কিয়?

নবীন ॥ কিয়—? পাগল কাৰণে। মেড কাৰণে। এজন অফিচাৰ আহিব। বুজিছ ব্ৰাদাৰ?

[ গাত চপৰিয়াই বাহিৰলৈ প্ৰস্থান। মহানন্দই এখন্তেক বাহিৰলৈ চায়। লাহে লাহে গছ পুলিটোৰ ওচৰলৈ যায়। পুলিটো ক্ষন্তেক সময় চায়। হঠাৎ মহানন্দই হুক্ হুক্কৈ কান্দি উঠে। এনেতে মানিকীৰ ব্যস্ত ভাবে ভিতৰৰ পৰা প্ৰৱেশ। মাণিকীৰ হাতত এটি চিলভাৰৰ ঘটী। মহানন্দক উদ্দেশ্য কৰি কয়। ]

মাণিকী ॥ ককাই, নদীৰ পৰা পানী অকনমান আনি দিবি?

মহানন্দ ॥ [ মানিকীলৈ এখন্তেক চায় ] গোঁসাই ঘৰৰ নাদটোত পানী নাই?

মাণিকী ॥ নাই।

মহানন্দ ॥ [ দূৰৰ নদীক উদ্দেশ্য কৰি ] নদীৰ বুকুত সোঁৱা কি দেখিছ?

মাণিকী ॥ [ দূৰৰ নদীলৈ চাই ] পানী।

মহানন্দ ॥ নহয়, সেয়া শুকান বালি।

মাণিকী ॥ [ কান্দি উঠে ] ককাই! পানী ক'ত পাম?…মোক এটুপি পানী লাগে। [ চকুলোঁ টুকি টুকি ভিতৰলৈ প্ৰস্থান। আকৌ ঢুবাৰ হাহেঁ জঁকাটোৱে! ইয়াকে শুনি মহানন্দ উচাপ খাই উঠে। ]



প্ৰবীন ॥ [ বাহিৰৰ পৰা প্ৰবীনৰ প্ৰৱেশ চাৰিও পিনে এবাৰ চায়। ] অই, গহীন বুঢ়া আৰু বাজে মাৰ্কা নবীন ইয়ালৈ আহিছিল?

মহানন্দ ॥ [ জকাঁটো দেখুৱাই ] ই হাহেঁ। ই হাহেঁ।

প্ৰবীন ॥ তোৰ অভিনয় দেখি হাঁহি উঠে মহানন্দ। তই হৈছ আজিৰ যুগৰ নাৰদ, শ্ৰীকৃষ্ণ। তয়ে ধ্বংস কৰিলি মাণিকীক। তইয়ে গ্ৰাস কৰিছ এইখন পৃথিবীৰ পানী। বজিছ?

মহানন্দ ॥ নহয়, ই হাহেঁ। ই হাহেঁ।

প্ৰবীন ॥ কিন্তু সদায় তই এনেদৰে নাৰদ শ্ৰীকৃষ্ণৰ ভাওঁ লৈ থাকিব নোৱাৰ। বুজিছ, এইখন পথাৰলৈ এদিন পানী আহিব, আৰু সেই পানীত তোক উটুৱাই দিম।

নবীন ॥ [ দ্ৰুত গতিত সোমাই আহে। ] ব্ৰাদাৰ, ব্ৰাদাৰ,

প্ৰবীন ॥ [ ৰোষ দৃষ্টিৰে নবীনলৈ চাই থাকে। ]

নবীন ॥ আহ চৰি, মোৰ নিচিনাই এক্সিডেন্ট নহয়নে ব্ৰাদাৰ? কোনে এনেকুৱা কাম কৰিলে? কোন সেই নৰাধম?

প্ৰবীন ॥ জান, এইখন যাত্ৰাপাৰ্টিৰ মঞ্চ নহয় আৰু ময়ো যাত্ৰাপাৰ্টিৰ ভাওৰিয়া নহয়।

নবীন ॥ চিওৰলি ব্ৰাদাৰ, চিওৰলি, তই ভাওৰীয়া হবি কিয়? তই হৈছ আজিৰ যুগৰ দালাল।

প্ৰবীন ॥ কিয়? দালাল মই নে তইঁত? আঞ্চলিকৰ সভাপতিৰ ওচৰলৈ আপত্তি মূলক দৰ্খাস্ত লৈ কোনে গৈছিল? মই নে তইঁতে গৈছিলি?

গহীন ॥ [ কান্দি কান্দি বাহিৰৰ পৰা সোমাই আহে। ] হেৰৌ সৰ্ব্বনাশ কৰিলে, সৰ্ব্বনাশ কৰিলে। ৰৌ ৰৌ নৰকট পৰিব, বংশ নাশ হব।

নবীন ॥ ফাদাৰ, আপোনাৰো সেই একেই এক্সিডেন্ট-?

গহীন ॥ চুপ, মনে মনে থাক। হেৰৌ তইঁতে শেল দিব পাৰ, মই হবলা নোৱাৰোঁ। শেল দিলে শেল খাবও লাগিব। হুঁ মনত ৰাখিবি।

নবীন ॥ ফাদাৰ, আপুনি ইমান কিয় উত্তেজিত হৈছে? এক্সিডেন্ট অকল আপোনাৰে হোৱা নাই, মোৰ হৈছে, ব্ৰাদাৰৰ হৈছে।

মাণিকী ॥ [ আউলি বাউলি হৈ কান্দি কান্দি ভিতৰৰ পৰা প্ৰৱেশ। ] পিতা, খুড়া !! ককা !!! [ মানিকীক দেখি তিনিওৰে পিছ মুখ দি আতঁৰি পৰে। মাণিকীয়ে তিনিও জনলৈ এবাৰ চায়। তিনিও জনৰে বিৰূপ

মনোভাব দেখি মাণিকীৰ দুই ওঠ বেদনাত কঁপি উঠে।]…আইতা ঢুকাল।

[ইয়াকে শুনি মহানন্দই মাণিকীৰ মুখলৈ মূৰ তুলি চায়। নবীন-প্ৰবীন-গহীনে অকনো দুঃখ প্ৰকাশ নকৰে। বৰং সিহঁতে হোঃ হোঃ কৈ হাঁহি দিয়ে। মাণিকীয়ে কান্দি কান্দি ভাগৰি পৰে। মাণিকীৰ দুঃখ দেখি জকাঁটোৱে দুবাৰ থুক্ থুকাই হাহেঁ। হঠাৎ মাণিকীয়ে আহি দেউতাকৰ ভৰিত পৰে। দেউতাকে উচাট মাৰি পিছ মুখ দিয়ে, খুড়াকৰ ভৰিত পৰে। খুড়াকে যুৱই বুলি কৈ আতৰি পৰে। ককা দেউতাকৰ ওচৰলৈ যায়। ককাকে হাতেৰে মাৰিবলৈ উদ্যত হয়। ইয়াকে দেখি মহানন্দই মাণিকীক সাৱটি ধৰে। মাণিকীয়ে মহানন্দৰ বুকুত পৰি পৰি খুউব কান্দে।]

মহানন্দ॥ [মৰম কৰি] মাণিকী এটি সাধু শুন। তোৰ আইতাজনী গেলি পচি যাব, কিন্তু ইহঁতে কেতিয়াও মৰাল পেলাব নাযায়।

প্ৰবীন॥ [প্ৰবীনে মুখ ঘুৰাই দেখে মাণিকীয়ে মহানন্দৰ বুকুত পৰি উচুপি কান্দিব ধৰিছে। ইয়াকে দেখি প্ৰবীনে খংত জ্বলি উঠে। প্ৰবীনে শেনটো অহা দি আহি মানিকাক মহানন্দৰ বুকুৰ মাজৰ পৰা কাঢ়ি আনে। মহানন্দলৈ ৰোষ দৃষ্টিৰে চাই থাকে।] সাধু কৈ'ছ?……পাগলৰ সাধু মাণিকীয়ে নুশুনে।……আৰু শুন মাণিকী, তোক মই ইয়ালৈ আহিবলৈ মানা কৰা নাছিলোঁ? মই তোৰ পিতাৰ নহয়, মই, হৈছোঁ তোৰ যম। বুজিছ? [চুলিত ধৰি দূৰলৈ ঠেলি দিয়ে]

মাণিকী॥ [মহানন্দৰ মুখলৈ চাই।] গেলিব, পচিব।……তই সচাঁ কৈছ? তই সচাঁ কৈছ?

মহানন্দ॥ মাণিকী তই ঘৰলৈ যা।

মাণিকী॥ যাওঁ। এওঁলোকে নাযায়। এওঁলোক ভাল মানুহ নহয়।

গহীন॥ হেৰৌ কি কলি? ভৱিষ্যতে আমাক কি কৰিবি সেইটো এতিয়াই গম পাইছোঁ। বোলো, যি মূলা বাঢ়িব দুপাততে চিন। ওলা, ইয়াৰ পৰা ওলা।

মাণিকী॥ যাওঁ। পিতা, খুড়া, ককা, আপোনালোকে সচাই নাযাব নেকি? যদি আপোনালোকে মৰাশ পেলাব নাযায় মই আজিৰ পৰা শটোৰ কাষতে বহি থাকিম।……নহয়, নহয় আইতাৰ লগতে ময়ো মৰি যাম। [ভিতৰলৈ প্ৰস্থান]



প্ৰবীন॥ যিখন পথাৰত পানী নাই, সেইখন পথাৰৰ মানুহক ভাল বেয়াৰ সমালোচনাই একোৱে কৰিব নোৱাৰে। মাণিকীয়ে যিয়ে নকওঁক কিয় সেইটো মোৰ মনলৈ অহা নাই। আহিছে পানী কলটোৰ কথা। আপোনালোক দুয়োজনে গৈ পানী কলটো কিয় বন্ধ কৰি আহিছে?

গহীন॥ হেৰৌ কি কলি? বোলো তইঁত দুয়ো গৈ মোৰ নাদটো বন্ধ কৰি আহিছ, আৰু তইঁতৰে বৰ কথা। বোলো বাঘ নমৰোতে চাল কঢ়া।…… বাহুৰ শকতি চাবি? বাহুৰ শকতি চাবি?

নবীন॥ ফাদাৰ, শকতি মই নাচাওঁ। মই মাথোন চাওঁ ল এণ্ড অৰ্ডাৰ। মই আইনৰ ওচৰ চাপিম। আপোনালোকে মোৰ ওৱাটাৰ পাম্পটো মিছাৰ আশ্ৰয় লৈ বন্ধ কৰা অপৰাধত মই আদালতলৈ যাম।

গহীন॥ কি? [চৰডাঙে] তইঁত দুয়োকো আজি!

নবীন॥ [গহীনৰ লগে লগে] হোৱাট! [ঘুচি তোলে।]

প্ৰবীন॥ [ " " " ] ঠিক আছে। [হাত তোলে।]

[তিনিও জনে তিনি মহৰ দৃষ্টি সানি ফেৰ পাতি থাকে। ঘুচি-হাত-চৰ উদ্যত হৈ এখন্তেক জঠৰ হৈ থাকে। জকাঁটোৱে হাঁহে। জঠৰতা ভাঙে।]

মহানন্দ॥ শুন, শুন। আজি তইঁতক আকৌ এটি সাধু কওঁ। মৃতা আইতাৰ সাধু।

মহানন্দ॥ এইটো গছপুলিৰ সাধু। আইতাজনী আমাৰ সকলোৰে আৰু এইটো গছপুলিও আমাৰ সকলোৰে। আইতাজনী মৰিল, আৰু গছ পুলিটোও শুকাই গ'ল। [তিনিওজনকে প্ৰশ্ন কৰে।] কিয়? কিয়? কিয়?

প্ৰবীন॥ পাগলৰ ওচৰত কৈফিয়ৎ দিবলৈ বাধ্য নহয় বুজিছ?

মহানন্দ॥ হয় অই এটি পাগল। কিন্তু পাগল কাৰনেই আজি মানুহৰ ওচৰত কৈফিয়ৎ বিচাৰিছোঁ।……আইতাজনীৰ মৃত্যুত তইঁতৰ লাভ লোকচানৰ হিচাব নাথাকিব পাৰে; কিন্তু এই পুলিটোৰ মৃত্যুত তইঁতৰ নিশ্চয় লাভ লোকচানৰ হিচাব আছে।

নবীন॥ ব্ৰাদাৰ, পুলিটো মৰা নাই, নমৰে।

মহানন্দ ॥ [ শুকান ডাল এটি নবীনৰ চকুৰ আগত দাঙি ধৰে। ] এয়া কি? শুকাই যোৱা ডাল নহয়?……এই ঠালবোৰৰ দৰে তইঁতৰ আশাবোৰো শুকাই গ'ল।

প্ৰবীন ॥ শুকাই গ'ল, জীয়াই তুলিম। বুজিছ?

মহানন্দ ॥ জীয়াই তুলিব পাৰিবি? জীয়াই তুলিব পৰা মন এটি আছে? তইঁতৰ মনত যে লুকাই আছে কৌৰৱৰ আশা। যি কৌৰৱৰ আশাই কুৰুৰাজ্য ধ্বংস কৰিছিল—সেই একে আশাই তইঁতৰ আশাৰ পুলিটোও ধ্বংস কৰিলে।

গহীন ॥ হেৰৌ, ধ্বংস কৰিলে তোৰ কি হ'ল?

মহানন্দ ॥ মোৰ বহুত হৈছে। বহুতো হব।…শুন, তিনিজন মানুহ—এখন ঘৰৰ। কিন্তু প্ৰত্যেকেই ভিন্ ভিন্। সেই মানুহ তিনিজনৰ এজন আছিল বুঢ়া, এজন আছিল আদহীয়া, এজন আছিল চেঙেলীয়া। তিনিওজনক মই বহুতো সাধু কৈছিলোঁ। পাণীৰ সাধু। আইতা জনীৰ সাধু। তেওঁলোকে সেই সাধু শুনিলে। এদিন ভাবিছিলোঁ এইবোৰ সাধু সাধু হৈ নাথাকে। বাস্তৱ হৈ দেখা দিব। কিন্তু আজি মই কি দেখিছোঁ? সেয়া সাধু সাধু হৈয়ে থাকিল নে বাস্তৱ হৈ দেখা দিলে?

প্ৰবীন ॥ আমি কি জানোঁ? বুজিছ—তইহে সৰ্ব্বজান্তা।

মহানন্দ ॥ তেওঁলোকে সেই পানী পাইও নাপালে। কিন্তু তেওঁলোকৰ উদ্দেশ্য আছিল কি? জুঁই নে পানী? জীৱন নে মৃত্যু?

গহীন ॥ জুঁই!

প্ৰবীন ॥ পানী।

নবীন ॥ জীৱন আৰু মৃত্যু!

গ+প্ৰ+ন ॥ হাঃ হাঃ হাঃ

মহানন্দ ॥ [ চিঞৰি ] বন্ধ কৰ। তইঁতৰ সন্মুখত জীৱন নাই, আছে [ জকাঁটো দেখুৱাই ] এই মৃত্যু। তইঁতৰ সন্মুখত পানী নাই, [ বাহিৰলৈ দেখুৱাই ] আছে এই জুঁই।

গ+প্ৰ+ন ॥ জুঁই!……হাঃ হাঃ হাঃ……[ সিহঁতে জুঁইক আহ্বান কৰা ভঙ্গীত এখোজ এখোজকৈ যাবলৈ উদ্যত হয়। ইয়াকে দেখি মহানন্দই আঠুকাঢ়ি সিহঁতক কাবৌ কৰা হৈ থাকে। সিহঁতে তাচ্ছিল্যৰ হাঁহি মুখত লৈ একেই ভঙ্গীত গৈ থাকে। অলপ পিছতে মহানন্দই থিয় দিয়ে। সিহঁতলৈ এবাৰ চায়। আকুঁলভাবে গছ পুলিটোক সাৱটি ধৰিলে। মহানন্দই ঠাল এটি হাতত লৈ চাই থাকে। জ'কাটোৱে খুক্ খুকাই হুবাৰ হাঁহে। মহানন্দই ভয় খায়। দুখোজ পিচুৱাই গৈ জঁকাটোলৈ চাই থাকে। ]



মাণিকী ॥ [ ভিতৰৰ পৰা আপোন মনে কৈ আহে। ] গোসাঁই ঘৰত শিয়াল কুকুৰ কাউৰী সোমাইছে। মই অকলে অকলে কিমান খেদিম? নোৱাৰিলোঁ।…আইতাজনীক সেই শিয়াল কুকুৰে টানি টানি খাব ধৰিছে।

[ উচুপি উচুপি কান্দে। ]

[ হঠাৎ ভিতৰৰ পৰা সোমাই আহে গহীন, প্ৰবীন, নবীন। মঞ্চৰ ওপৰত ঢাচকৈ ঢাচকৈ পৰি যায়। ইয়াকে দেখি মাণিকীয়ে উচুপি উঠে। ]

গহীন ॥ [ শেঁহাই শেঁহাই ]। মহানন্দ; বোপা মোৰ—

নবীন ॥ [ শেঁহাই শেঁহাই ] ককাই! ককাই!!

প্ৰবীন ॥ [ শেঁহাই শেঁহাই ] আমাক বচা মহানন্দ। আমাক বচা।

মহানন্দ ॥ বচাব লাগে? আমাৰ গোসাই ঘৰত থকা সকলোৱে আইতাজনীক জানোঁ বচাব বিচাৰিছিলি? এইখন পথাৰক জানো বচাব বিচাৰিছিলি? এইটো গছ পুলিক জানোঁ বচাব বিচাৰিছিলি? আনকি নিজে জানোঁ বাচিব বিচাৰিছিলি? ক—নকৰ কিয়?

গ+প্ৰ+ন ॥ [ একে লগে শেঁহাই শেঁহাই। ] নহয় মহানন্দ. আমাক বচা। আমাক বচা।

মহানন্দ ॥ যিবাৰ কথা এতিয়া তইঁতে কৈছ সেয়া আগেয়ে নকলি কিয়? যিটো কথা এতিয়া এইটো মুহূৰ্ত্তত উপলব্ধি কৰিছ—সেয়া আগেয়ে উপলব্ধি নকৰিলি কিয়? যাৰ মৃত্যু কাম্য তাক কোনোৱে ৰক্ষা কৰিব নোৱাৰে।

নবীন+গহীন+প্ৰবীন ॥ [ শেঁহাই শেঁহাই কয় ] নহয় আমি নমৰোঁ।

নবীন ॥ [ " " " ] আমি জীয়াই থাকিম।

গহীন ॥ [ " " " ] গছ পুলিটো জীয়াই তুলিম।

প্ৰবীন ॥ [ " " " ] মৃতা আইতাক জীয়াই তুলিম।

[ জকাঁটো খহি পৰে। মহানন্দ আনন্দত অধীৰ হয়। সিহঁতক তুলি ধৰে। নাটৰ শেষলৈকে মুক অভিনয় কৰে। মহানন্দই নবীনৰ হাতত কোৰ তুলি দিয়ে। নবীনে লাহে লাহে মাটি তুলিব ধৰে। অলপ পিছত প্ৰবীনেও নবীনক মাটি তোলাত সহায় কৰে। গহীন বুঢ়াই গছ পুলিটোৰ গুৰি চাফ কৰাত ব্যস্ত। তিনিওৰে দেহৰ দুঃখ যন্ত্ৰনা মাৰ যায়। লাহে লাহে দেখা যায় পানী উঠি আহিছে। নবীনে হাঁহি হাঁহি প্ৰবীনৰ হাতত পানী দিয়ে। প্ৰবীনে সেই পানী গছতল চাফ কৰি থকা গহীনৰ হাতত দিয়ে। ইয়াকে দেখি মহানন্দই মাণিকীক আনন্দতে সাৱটি ধৰে। ]

—॥ আঁৰ কাপোৰ ॥—

# আম

| | |
|---|---|
| ২য় বছৰৰ ৬ষ্ঠ-৭ম সংখ্যা "নতুন প্ৰৱাহত" প্ৰকাশিত। | চৰিত্ৰ সমূহ ঃ<br>১ম লৰা।<br>২য় লৰা<br>৩য় লৰা<br>৪ৰ্থ লৰা।<br>ছোৱালী।<br>শিক্ষক। |




॥ মঞ্চ পৰিকল্পনা ॥

এটি বাট। বাটৰ কাষত আছে শুকান চেকোয়া, বিৰিনা, কচু আদি। কাষতে এখন প্ৰকাণ্ড লোৰ কাঁইটৰ বেৰ। বেৰৰ ভিতৰত এডাল আম গছত পকা আম ওলমি আছে। আঁৰ কাপোৰ আতঁৰাৰ লগে লগে দেখা যায় কেইজন মান লৰা। লৰাবোৰে ইফালে সিফালে চাইছে আৰু লাহে লাহে আম গছ জুপিৰ ওচৰ চাপিছে। সিহঁতে আম গছ জুপিত আম পকি থকা দেখি আনন্দতে কিৰিলি পাৰি উঠিছে। হঠাৎ ৪ৰ্থ লৰাজনে সেই কিৰিলি ইঙ্গিতেৰে বন্ধ কৰি দিয়ে। লগে লগে সি দূৰলৈ আঙুলিয়াই দেখুৱায়। ৪ৰ্থ লৰাৰ বয়স বাৰ চৈধ। পিন্ধনত বগা পেণ্ট চাৰ্ট।

চকুৰ পলকতে সকলোবোৰে সভয়ে বিৰিনা কচুৰ মাজত লুকাই পৰে। এখন্তেক পিছতে পিছতে লাহে লাহে সোমাই আহে শিক্ষক। তেওঁৰ চকু মুখত উদাস দৃষ্টি। তেওঁ আম জোপাৰ ওচৰলৈ গৈ এখন্তেক সময় থিয় হৈ আমবোৰলৈ চায়। পিছত আম গছৰ পাত এটি মাটিত পৰি থকা দেখি বুটুলি লয়। আমাৰ পাতটি হাতত লৈ তেওঁ লাহে লাহে মঞ্চৰ সম্মুখলৈ আগুৱাই আহে। এখন্তেক পাতটো সম্মুখত তুলি ধৰে আৰু অলপ সময় পিছতে পেলাই দিয়ে। আম জুপিলৈ আকৌ এবাৰ সতৃষ্ণ নয়নে চায়। লাহে লাহে তেওঁ আতৰি পৰে। শিক্ষকৰ বয়স পঞ্চাশ। চকুত চশমা। গাত পাঞ্জাবী চুৰীয়া।

লৰাবোৰে আলিটোলৈ আকৌ উঠি আহে। প্ৰথম লৰাটোৱে কানৰ কাষত ৪ৰ্থ লৰাক কিবা কয়। ৪ৰ্থ লৰাই শিক্ষক যোৱা ফালেদি প্ৰস্থান কৰে। প্ৰথম লৰাই দ্বিতীয় আৰু ৩য় লৰাক কানে কানে কিবা কয়। ৪ৰ্থ লৰাই শিক্ষক যোৱা ফালেদি প্ৰস্থান কৰে। তিনিওৱে আহি আকৌ বিৰিণাৰ আঁৰত লুকায়। প্ৰথম লৰাৰ বয়স ১২/১৪ বছৰ। পিন্ধনত ফুট্ ফুটীয়া চাৰ্ট আৰু ড্ৰেইন পাইপ পেণ্ট। ২য় লৰাৰ বয়স ১২।১৪ বছৰ। পিন্ধনত বগা পেণ্ট চাৰ্ট। ৩য় লৰাৰ বয়স ১২/১৪ বছৰ। পিন্ধনত চেক পেণ্ট আৰু চাৰ্ট।

অলপ পিছতে এটি সংকেত ধ্বনি ভাহি আহিব। —উং—। লগে লগে কচু—বিৰিনা আৰঁত লুকাই থকা লৰাবিলাকে সংকেতেৰে উত্তৰ দিব—'উং'। সকলোবোৰ এখন্তেক নিবৰ। ইয়াৰ পিছত আকৌ দূৰৰ পৰা ভাহি আহিব—'ঐ'। লুকাই থকা লৰাবোৰেও প্ৰত্যুত্তৰ দিব—'ঐ'। এখন্তেক সময় নীৰৱ। ৪ৰ্থ লৰাই আকৌ দূৰৰ পৰা ধ্বনি কৰিব—'ওহো'। লুকাই থকা লৰা বোৰেও একেই উত্তৰ দিব—'ওহো'—



তৃতীয়বাৰ সংকেত ধ্বনি যোৱাৰ লগে লগে লৰাবোৰে আকৌ মঞ্চলৈ ওলাই আহে।

৩য় লৰা॥ ঐ সোণকালে।

১ম লৰা॥ কি কৰিবি বাৰু ?

[ প্ৰথম আৰু ৩য় লৰাই আম জুপিৰ ওচৰলৈ যায় আৰু ইফালে সিফালে কিবা এটি বিচাৰে। ]

৩য় লৰা॥ হাকোটা নহলে নহব।

২য় লৰা॥ কিন্তু ওচৰত যে এডালো গছ-গছনি নাই।

৩য় লৰা॥ তেতিয়া হলে এতিয়া আমি কৰিম কি ?

[ সকলোবোৰে ওপৰলৈ চাই কিবা এটি ভাবে। ] এতিয়া নহলে যাওঁ বল। ৰাতিলৈকে ভালদৰে সাজু-হৈ আহিম।

১ম লৰা॥ ৰাতি আহিবি !...আবে, পালোৱান বাপেযে ইয়াতে ৰাতি ৰাতি পহৰা দি থাকে দেখিছ নে নাই ?

২য় লৰা॥ তই ঠিকেই কৈছ। এতিয়া কি ভাবিছ বাৰু ?

৩য় লৰা॥ মানে মই ভাবিছোঁ—মই ভাবিছোঁ—

[ এনেতে মতৰ গাড়ীৰ শব্দ হয়। লগে লগে ৪ৰ্থ লৰাই উধাতু খাই সোমাই আহে। ]

৪ৰ্থ লৰা॥ আহিল—আহিল—গাড়ীত আহিছে। গাড়ীত আহিছে। পলা—পলা।

[সকলোবোৰে পলাবলৈ চেষ্টা কৰে। কিন্তু ইটোৰ গাত সিটোৱে খুন্দা খায়। মঞ্চৰ ওপৰত পৰি পৰি যায়। শেষত সিহঁতে জোপোহা কচুঁ বনৰ আৰঁতে লুকাই পৰে। লাহে লাহে মটৰ গাড়ীৰ শব্দ মাৰ যায়। ১ম লৰাই মূৰ দাঙি দূৰলৈ চায়। শেষত সি মঞ্চলৈ উঠি আহে। দুখোজ আগুৱাই দূৰলৈ গল-মেলি চায়। এনেতে ২য় লৰাই উঠি আহি ১ম লৰাৰ লগত চাবলৈ ধৰে। লাহে লাহে তয় আৰু ৪ৰ্থ লৰাইও সভয়ে মঞ্চলৈ উঠি আহে। ]

২য় লৰা॥ মটৰ গাড়ীৰ দেখা দেখিয়ে নাই দেখোন।

১ম লৰা॥ তেতিয়া হলে এয়া আমি কি শুনিলোঁ ?

৩য় লৰা॥ [ চতুৰ্থক ] ওই,৷ তই মুখেৰে দিছ।

৪ৰ্থ লৰা॥ এই—তই এনে কথা নকবি। মই কানত ধৰি শপত খাব পাৰোঁ।

২য় লৰা ॥ ইহতঁৰ লাগিল এখন। এনেকৈ হ'লে কোনো কাম নহব। বুজিছ?

১ম লৰা ॥ আবে, কাম নহব বুলি কলে কিটো হব?···লগে লগে ছুটি ঘুচা বহুৱাই দিব লাগে। বেলি মুৰৰ ওপৰ পালেহি। স্কুল বহিবই।···বুজিছ, তইঁত দুয়ো লৰা হৈ জনম লব নালাগিছিল—জনম লব লাগিছিল ছোৱালী হৈহে।

২য় লৰা ॥ তই *ঠিকেই* কৈছ। স্কুল বহিবই। অলপ পিছতে ছাৰ আহি পাব। [ তিনি নং লৰাক ] তই কেকুঁৰীটো পাৰহৈ বট গছডালৰ তললৈকে যাবি।

৩য় লৰা ॥ দলং খনত ৰব নালাগে?

১ম লৰা ॥ আবে, যি কোৱা হৈছে তাকে কৰ।

৪ৰ্থ লৰা ॥ দলং খনৰ তলত কোনোৱা আছে নেকি?

৩য় লৰা ॥ চুপ্। ভয় পাদুৱা।

৪ৰ্থ লৰা ॥ [ ১ম আৰু ২য়ক ] ইয়াৰ কথা শুনিছ?

৩য় লৰা ॥ মই অকলে যাম।

[ মনত যদিও ভয় তথাপি দেখাত সাহসিকতাৰে শিক্ষকে প্ৰস্থান কৰাৰ পিনে প্ৰস্থান কৰে। ]

৪ৰ্থ লৰা ॥ [ ফেকুঁৰী ফেকুঁৰী ] মই যাওঁ। মই ছাৰৰ আগত সকলো কথা কৈ দিম।

১ম লৰা ॥ [ ৪ৰ্থ লৰাৰ ওচৰলৈ আহি ] আবে, কোন বাপেৰক কবি?

৪ৰ্থ লৰা ॥ [ কান্দি কান্দি ] মই ছাৰক কম।···মই ছাৰক কমেই।

১ম লৰা ॥ ওই, তোৰ ছাৰে আমাক কি কৰিব পাৰে হুঁ-?

[১ম লৰাই ৪ৰ্থ লৰাক গলত চেপি ধৰে। ২য় লৰাই আহি তাৰ হাত এৰুৱাই আনে। ]

১ম লৰা ॥ [ গুজৰি গুমৰি ] হুঁ ছাৰক কৱ। ছাৰক ক'লে কিটো হব? আমাক ফাঁচী দিব? যা, যাব খুজিছ যা।

২য় লৰা ॥ [ প্ৰথম লৰাক ] তই মনে মনে থাক।

১ম লৰা ॥ [ এখোজ আগুৱাই আহি ] মনে মনে নাথাকোঁ। আবে, ইয়াক শেষ কৰিহে এৰিম।

[ ২য় আৰু ৩য় দুয়ো একে লগে আহি বাধা দিয়ে। ]

২য় লৰা ॥ বুজিছোঁ—ওইঁতৰ লগত আৰু নহব। কেনেকৈ আমবোৰ পকি



আছে চাচোন। আমবোৰ যদি এৰিব পাৰ তইঁতে কাজিয়াও কৰিব পাৰ। ছাৰকো গৈ আম চুৰি কৰা কথাটো কব পাৰ। পাৰিবি আমবোৰ এৰি যাব?

১ম লৰা ॥ নোৱাৰো। এই আম মই খামেই।

[ আম গছ-জুপিৰ ওচৰলৈ দুখোজ আগুৱাই যায়। ২য় লৰাই বাধা দিয়ে।]

২য় লৰা ॥ [ প্ৰথম লৰাক ] তই কি কৰিব ওলাইছ?

১ম লৰা ॥ এই খন বেৰ ভাঙি আম খামেই।

২য় লৰা ॥ বেৰ তই ভাঙিব নোৱাৰ। মিছা মিছি দেহটো ঘূনীয়া নকৰিবি।

১ম লৰা ॥ আবে—মৰণক ভয় কৰি আম চুৰি কৰিব অহা নাই।

[ এনেতে বাহিৰৰ পৰা এজন শকত আৰত মতা মানুহৰ কণ্ঠস্বৰ ভাহি আহে। ]

পুৰুষ ॥ ঐ, তইঁতক ইয়াত কি লাগে?

[ ৩য় লৰাই উধাতু খাই মঞ্চলৈ সোমাই আহে। ]

৩য় লৰা ॥ [ সভয়ে ] সৌটো। সৌটো !!

[সকলোবোৰে ভয়তে কঁপিব ধৰে। কঁপি কঁপি সিহঁতে মঞ্চৰ ওপৰত বহি পৰে। এনেতে এটি ধুতি চোলা পিন্ধা পেটাল মানুহৰ প্ৰৱেশ। মুখত প্ৰকাণ্ড গোঁফ চকুত চশমা। মুৰত গান্ধী টুপী। ]

পুৰুষ ॥ *ঐ তহঁতে মোৰ আম চুৰি* কৰিব আহিছ কিয়?

[ সকলোবোৰে ভয়তে কান্দিব ধৰে। ]

তহঁতক মই ভাল শিক্ষা দিম। লাঠিয়াৰ। [ লাঠিয়াৰক মাতে ]

[ সকলোবোৰে আহি মানুহজনৰ ভৰিত পৰে। ]

৪ৰ্থ লৰা ॥ [ কাউ বাউকৈ ] মোক ৰক্ষা কৰক। মোৰ গাত অকনো দোষ নাই। ইহঁতে মোক জোৰকৈ আম চুৰি কৰিব আনিছে।

[মানুহজনে হো হো কৈহাঁহে। সেই হাঁহি সহ্য কৰিব নোৱাৰি সকলোবোৰে তলমুৰকৈ থাকে। মতা মানুহজনে হাঁহি হাঁহি গাৰ কাপোৰ কানি খহাই পেলায়। দেখা যায় এজনী হাফপেণ্ট আৰু হাফচাৰ্ট পিন্ধা ছোৱালী। বয়স বাৰ/চৈধ্য বছৰ। ]

২য় লৰা ॥ [ আচৰিত হৈ ] তই?

ছোৱালী ॥ অ মই।

১ম লৰা ॥ [ খঙত ] আবে, তই আমাক কিয় ভয় খুৱালি?

ছোৱালী ॥ তইঁতৰ সাহসহে চালোঁ।

১ম লৰা ॥ হুঁ সাহস চাবলৈ আহিছে ?···আবে কি সাহস দেখিলি ?

ছোৱালী ॥ দেখিলোঁ ওপৰত বীৰ পুৰুষ, তলত কিন্তু কাপুৰুষ।

১ম লৰা ॥ [ হাত দাঙি মাৰিবলৈ খেদি আহে ] তোক মই—[ সকলো বোৰে বাধা দিয়ে। ]

ছোৱালী ॥ জানোঁ, এই আমৰ গিৰিহঁতক তহঁতে ভয় কৰ আৰু ভয় কৰ আমাৰ ছাৰক। কিন্তু ভয় কৰিবলৈ কিটো আছে ?

৪ৰ্থ লৰা ॥ ভয় নকৰিবি—যিহে—

ছোৱালী ॥ তেনেহলে এতিয়া কি কৰিবি ?

২য় লৰা ॥ কিবা এটা কৰাৰ উপায় তয়ে আমাক দে।

ছোৱালী ॥ উপায় চুপায় দিব নোৱাৰোঁ। ঐ এটা খেল খেলিবি।

৩য় লৰা ॥ কি খেল ?

ছোৱালী ॥ কিয় যোৱা কালি যে গাওঁৰ সভাত ঢুলীয়া বোৰে মানুহৰ ওপৰত মানুহ উঠা খেল এটি দেখুৱাই ছিল—সেই খেলটো।

২য় লৰা ॥ আমি তোৰ খেল খেলিব অহা নাই। আমি আহিছোঁ আম খাবলৈ। কিন্তু ( হু মুনিয়াহ চাৰি ) আম আৰু খোৱা নহ'ল। বল, বল, ঘৰলৈ বল।

[ সকলোবোৰে বিষাদ মনে যাবলৈ ওলায়। ]

ছোৱালী ॥ ঐ নাযাবি, নাযাবি। উপায় এটি পাইছোঁ।

[ সকলোৱে 'কি উপায়' বুলি আগুৰি ধৰে। ১ম লৰাই কিন্তু দূৰৰ পৰাই সকলো চাই থাকে। ]

[ মঞ্চৰ একোনলৈ গৈ ] আগেয়ে খেল, তাৰ পিছতহে উপায়।

২য়লৰা ॥ নাই, আগেয়ে আম। তাৰ পিছতহে খেল।

ছোৱালী ॥ তেতিয়া হলে তহঁত যাব পাৰ।

১ম লৰা ॥ আবে—এইৰ লগত আৰু নোৱাৰি। খেল, খেল। খেলটোকে খেল।

[ ৩য়, ২য় আৰু ৪ৰ্থই বেৰ থনৰ কাষতে এটি ত্ৰিভুজ তৈয়াৰ কৰে। ১ম লৰাই সিহঁতৰ হাতৰ ওপৰত লাফ মাৰি উঠে। ১ম লৰাই সিহঁতৰ হাতৰ ওপৰত উঠি হাত দুখন ওপৰলৈ পোন কৰি দিয়ে। ]

ছোৱালী ॥ [ প্ৰথমক ] অই, আম লগ পাইছ ?

১ম লৰা ॥ পাইছোঁ।

ছোৱালী ॥ ছিঙি আন।

১ম লৰা ॥ ৰহ। আৰু অকনমান দাঙিদে।···ধেৎ নোৱাৰি এনেকৈ।



ছোৱালী ॥ খেলটো হ'ল। নামি আহ।

১ম লৰা ॥ [ হাঁহি ] হাঃ হাঃ আম আমি ছিঙিমেই।

ছোৱালী ॥ [ ধমকনিৰ সুৰত ] নামি আহ বুলিছোঁ।

১ম লৰা ॥ আবে, নামিবৰ কাৰণে ওপৰলৈ উঠা নাই।

[ ছোৱালী জনীয়ে প্ৰথম লৰাক ভৰিত ধৰি টানে। তলৰ দুজনে ছোৱালী দুজনীক বাধা দিয়ে। ]

১ম লৰা ॥ ইয়াৰ পৰা পৰিব লাগিলে কথা বেয়া হব।

[ প্ৰথম লৰাই আম ছিঙি আনে। চাবিওৱে চাৰিটা আম মুখত ভৰায়। সিহঁতে গো-গ্ৰাসে খাব ধৰে। ]

ছোৱালী ॥ [ মঞ্চৰ সম্মুখলৈ আহি ] এতিয়া ছাৰ স্কুললৈ আহিব।

১ম লৰা ॥ আবে, আহিলে কি হ'ল ?

ছোৱালী ॥ বাটতে তেওঁ যেতিয়া তহঁতক এইটো অৱস্থাত দেখিব—তেতিয়া তহঁতে ছাৰক কি বুলি কবি ?

৩য় লৰা ॥ চুৰি নকৰা বুলি কম যা।

ছোৱালী ॥ [ প্ৰমথৰ ওচৰলৈ গৈ ] যোৱা বছৰ তই তেজ হাগনিত পৰি মৰিবলৈ ওলাইছিলি—ছাৰে নিজৰ পয়চাৰে ডাক্তৰ আনি ভাল কৰাইছিল ; [২য় লৰাৰ ওচৰলৈ গৈ] তইও স্কুলৰ মাহৰ মাচুল থিনি দিব নোৱাৰ, ছাৰেহে তোৰ মাচুল থিনি দিয়ে ; [ ৩য় লৰাক ] যোৱা বাৰ বাৰিষা তহঁতৰ খাবলৈ নাছিল—চাৰে নিজেই নাথায় তহঁতক সহায় কৰিছিল, [ ৪ৰ্থ লৰাক ] তোৰ পিন্ধিবলৈ কাপোৰ নথকাত চাৰে চোলা পেন্ট কিনি দিছে। এতিয়া যদি এইজন চাৰৰ আগত মিছা কৰ—তহঁতক মহাপাপে জানোঁ চুবুব ? [ সকলোবোৰে খাবলৈ এৰি কিবা চিন্তা কৰে। ]···নকৰ কিয়, মহাপাপে জানোঁ তহঁতক চুবুব ?

[ ছোৱালী জনীয়ে হুক্ হুকাই কান্দে। ]

চাৰে তহঁতক ইমান দিনে মিছা কবলৈ শিকাইছিল ?···তহঁতক চোৰ কৰিবলৈ শিকাইছিল ?···তহঁতক—ভীৰু হবলৈ শিকাইছিল ?

[ এনেতে শিক্ষক সোমাই আহে। সিহঁতৰ হাতৰ আম সৰি পৰে। পোনতে শিক্ষকে আমলৈ আৰু তাৰ পিছত সিহঁতৰ মুখলৈ চায়। সিহঁতে তলমূৰকৈ থিয় হৈ থাকে। ]

শিক্ষক ॥ শুনহক, মই এটি ঘটনাৰ কথা কওঁ। যিটো হয়তো তহঁতে শুনা নাই।

এখন বাগিছা আছিল, বাগিছাত গৃহস্থৰ আম এজোপাত ডাল ভৰি আঁম পকিছিল। তল ভৰি সৰিছিল। বুঢ়া এজনে এইডাল আমৰ যতন লৈছিল। পিছে বুঢ়াৰ নাতিয়েকে এদিন গৃহস্থৰ ওচৰত আম এটি বিচাৰিলে।…কিন্তু গৃহস্থই লৰাটোক এটি আমো নিদিলে।

[ শিক্ষকৰ চকু পানীৰে ভৰি পৰে। ]

ছোৱালী ॥ [ আবেগ ] ছাৰ!

শিক্ষক॥ কিন্তু আমহে যে অকল নিদিলে এনে নহয়, লৰাটোক গিৰিহঁতে মৰিয়ালেও। ইয়াৰ পিছতে লৰাটোৰ এদিন জ্বৰ উঠিল, জ্বৰত লৰাটোৱে ভ্ৰম বকিলে। তাৰ পিছত— [ওপৰলৈ চায়। ]

ছোৱালী ॥ [ আবেগ ] ছাৰ!

শিক্ষক॥ সেই লৰাটো আছিল মোৰেই। আজিৰ এইটো দিনতে সি মৰিছিল। ভ্ৰম বকোঁতে এই আম জুপিৰ কথা সি কৈছিল।—'পিতা, এই আম এই আম কেতিয়াও এজনৰ সম্পত্তি হব নোৱাৰে ; বাইজৰ। বাইজৰ। প্ৰকৃতিকো মানুহে নিজৰ কৰিব খোজে। প্ৰকৃতি জানোঁ এজনীয়া সম্পত্তি? এই এজনীয়া কাৰবাৰ আৰু থাকিব নোৱাৰে। সকলো বস্তু মানুহৰ, সকলো সম্পদ সমাজৰ। এজনে সমাজৰ সম্পদৰ মালিক হৈ থাকিব নোৱাৰে। তেওঁ মালিক হবলৈ কোন? তেওঁ স্ৰষ্টাও নহয়, তেওঁ অধিকাৰীও নহয়। তেওঁ শত্ৰু। তেওঁ জাতিৰ শতৰু, তেওঁ দেশৰ শতৰু—তেওঁ সকলোৰে শতৰু!… শতৰু।…[ অলপৰৈ ] মই তাক উত্তৰ দিব নোৱাৰি লোঁ।…সি চকু মুদিলে।…চকু মুদিলে সৌ…

[ ওপৰলৈ চায়। বহুপৰ তেনেকৈয়ে চাই থাকে। ]

১ম লৰা॥ ছাৰ, আমি কাকো এজনীয়া সম্পত্তিৰ অধিকাৰী হৈ থাকিব নিদিওঁ। নিদিওঁ।

২য় লৰা॥ ছাৰ, আমি মৃত ককাইদেউৰ আশাপূৰণ কৰিম-কৰিমেই।

সকলোৱে॥ আমি কৰিমেই।

[ স্কুল ঘৰত ঘন্টাৰ কোব পৰে। শিক্ষকজনৰ মুখ পোহৰ হোৱা দেখা যায়। ]

শিক্ষক॥ সেয়া ঘন্টাৰ কোব। ঘন্টাই ইঙ্গিত দিছে। সকিয়াই দিছে ঘন্টা বাজিছে।

[ সকলোৱে স্কুলৰ মুৱা হৈ আগ্ৰহেৰে চাই থাকে। লাহে লাহে পট পৰে। ]

॥ আঁৰ কাপোৰ ॥

## ৰোগ

১৯৭০ চনৰ সদৌ অসম সন্তৰাম চৌধুৰী একাঙ্কিকা নাট্য প্ৰতিযোগিতাত মুগুৰীয়া ভাতৃ সঙ্ঘৰ দ্বিতীয় দলটোৱে পাঠশালা নাট্য মন্দিৰত নাটখন মঞ্চস্থ কৰে। প্ৰতিযোগিতাত নাট খনে পুৰস্কাৰ লাভ কৰে। লগতে নাৰ্চৰ ভাওঁত অভিনেত্ৰী গৰাকায়ে বটা লাভ কৰে।

চৰিত্ৰ সমূহ॥

১। ডাক্তৰ।
২। হৰিচৰণ।
৩। প্ৰতাপ।
৪। হীৰা।
৫। ৰূপনাথ।
৮। স্কট।
৭। নাৰ্চ।

নাটৰ পৰ্য্যালোচনা॥

অসম বাতৰি॥ সাত পুহ, ১৮৯২ শক॥ বুধবাৰ।…নাটৰ মাজেৰে সমাজৰ বৰ্ত্তমানৰ অস্থিৰ অৱস্থাৰ ছবি দাঙি ধৰিব বিচৰা হৈছে। প্ৰতীক ধৰ্মনী নাটখনি উচ্চ মানৰ।…




॥ মঞ্চ পৰিকল্পনা ॥

লগা বস্তু ॥

থেটচ্‌কোপ, প্ৰেচাৰ জোখা যন্ত্ৰ, উচ্চতা জোখা স্কেল, এটি চামৰা যুক্ত হাতুৰী, চকী দুখন, প্ৰেচাৰ এটা, মেজ এখন, কাগজ কলম, কলিং বেল দুটা, ক'ন এটা, কোন খোৱা মেজ এখন, কেলেণ্ডাৰ কেইখন মান।

ডাক্তৰৰ কোঠা। কোঠাৰভিতৰত কেইখন মান ফাৰ্ম্মাসীৰ কেলেণ্ডাৰ। টেবুলত থেটচ্‌কোপ, প্ৰেচাৰ জোখা যন্ত্ৰ আদি পৰি আছে। কলিং বেল বাজে। তিনিবাৰ। ডাক্তৰ বাহিৰলৈ চায়। এনেতে হৰিচৰণ বুঢ়াই আহি জিৰনি কোঠাৰ দৰ্জ্জাখন খুলি বাহিৰলৈ চায়। ডাক্তৰৰ কোঠাত প্ৰতাপ বৰুৱা। হৰিচৰণে দৰ্জ্জা বন্ধ কৰে। ডাক্তৰ ডেকা, সুন্দৰ চাহাবী সাজপাৰ। বৰুৱাৰ বয়স পঞ্চাশ। হাতত লাঠি। মূৰত গান্ধী টুপী। গাত খদ্দৰ। ভৰিত সুন্দৰ পামচু জোতা। চকুত সোনালী ফ্ৰেমৰ চশমা। হৰিচৰণৰ বয়স পচপন্ন। পিন্ধনত ধুতি চোলা। ভৰিত হাৰাই চেন্দেল। ডাক্তৰৰ কোঠাত এটি টেলিফোন আছে। আঁৰ কাপোৰ আঁতৰাৰ লগে লগে প্ৰতাপ বৰুৱা আৰু ডাক্তৰক জঠৰ অবস্থাত দেখা যায়। বেল বজাৰ লগে লগে জঠৰতা ভাঙে। প্ৰতাপে লগে লগে কৰ ধৰে।]

প্ৰতাপ ॥ পিতা, বিৰক্ত হৈছে নেকি?·· চাওঁক পিতা, আজি আমাৰ ধন নাই, তথাপি চিকিৎসা পাই আছোঁ, পেটত আহাৰ নাই—তথাপি দুবছৰ বেছিকৈ জীয়াই আছোঁ।···এইবোৰ কাৰ কাৰণে হৈছে ডাক্তৰ পিতা?

ডাক্তৰ ॥ [ বিৰক্তিত ] চাওঁক জিৰণি কোঠাত আৰু বহুতো ৰোগী আছে।

প্ৰতাপ ॥ আৰু এক চেকেণ্ড ডাক্তৰ পিতা,···মই জানোঁ আপুনি কাকোৰে নিৰাশ নকৰে।

ডাক্তৰ ॥ মই আপোনাৰ মনৰ ডাক্তৰ জন নহবও পাৰোঁ।

প্ৰতাপ ॥ তেনেকৈ নকব পিতা, মাথোন এডাল ৰাজদণ্ড।

ডাক্তৰ ॥ ৰাজদণ্ড?

প্ৰতাপ ॥ হয় ডাক্তৰ পিতা, ৰাজদণ্ড।

[ হৰিচৰণে ভিতৰলৈ সোমাই যায়। ]

ডাক্তৰ ॥ [ ঠিয় দি ] আপুনি এজন শক্তিশালী ব্যক্তি?

প্ৰতাপ ॥ ডাক্তৰ পিতা, [ ঠিয় দি ] ক্ষমতা থাকিলে আপোনাৰ ওচৰলৈ ৰাজদণ্ড বিচাৰি নাহিলোহেঁতেন। তথাপি কিবা পাৰ্মিট তাৰমিটাৰ দৰ্কাৰ হলে কব, চেষ্টা এটি কৰি চাম।



ডাক্তৰ ॥ ৰাজদণ্ড মোৰ হাতত নাই।

প্ৰতাপ ॥ [ হাত মোহাৰি ] আপোনাৰ হাতত নহলেও বিখ্যাত নৃপতি দাৰোবাৰ হাতত আছে।

ডাক্তৰ ॥ কাৰ হাতত আছে?

প্ৰতাপ ॥ নৃপতি দাৰোবাৰ হাতত।

ডাক্তৰ ॥ [ এনেতে টেলিফোন বাজে। ডাক্তৰে ধৰে। ] Hallo কোনে কৈছে?···মিচেছ দাৰোবা···কি ক'লে?···জ্বৰ!···কাৰ জ্বৰ?···অ মিষ্টাৰ দাৰোবাৰ? [ হাঁহি ] ভয় নাই। পানী লগা জ্বৰ হব পাৰে। ঠাণ্ডা পৰিছে।···কি ক'লে?···যাব লাগে?···গৈছোঁ। অলপ পিছতে গৈছোঁ। [ বিচিভাৰ থয়। প্ৰতাপক কয়। ]···আপুনি জিৰনি কোঠাত বহক গৈ।

[ বেল বজায়। হৰিচৰণৰ ভিতৰৰ পৰা প্ৰৱেশ। ]

প্ৰতাপ ॥ কোনো দিগদাৰি নাই, মাত্ৰ এবাৰ ডাক্তৰ পিতা। প্লিজ—।

ডাক্তৰ ॥ মই নৃপতি দাৰোবাৰ ঘৰুৱা চিকিৎসক হে।

প্ৰতাপ ॥ মোৰ কিবা এটি অঘটন ঘটিলে পাপে চুব ডাক্তৰ পিতা।

[ হৰিচৰণে দৰ্জা খুলি ৰৈ থাকে। হীৰা সোমাই আহে। ]

প্ৰতাপ ॥ ভাল ডাক্তৰ পিতা, মই আহিলোঁ। মই কিন্তু আশা এৰা নাই। নমস্কাৰ। [ নমস্কাৰ কৰি জিৰনি কোঠাত ৰহে। হীৰাৰ বয়স পচিশ। ড্ৰেইন পাইপ পেণ্ট। গলত টাই। গাঁঠেটো ভুলকৈ মৰা। ভৰিত পইণ্টেড জোতা। কিন্তু কোনো দিনে ৰং কৰা নাই। ]

হীৰা ॥ Good morning চাৰ।

ডাক্তৰ ॥ Good morning.

হীৰা ॥ [ ৰঙা ৰিবনেৰে মেৰিওৱা টোপোলা এটি উলিয়াই ] আপোনাৰ কাৰনে এইটো—

ডাক্তৰ ॥ বহক।

হীৰা ॥ [ বহে। টোপোলাটো আগবঢ়াই ] প্লিজ—

[ হৰিচৰণে হীৰাৰ প্ৰতি এখন্তেক চাই ভিতৰলৈ প্ৰস্থান। ]

ডাক্তৰ ॥ [ টোপোলাটো মেজতে পৰি ৰয়। ] আপোনাৰ হৈছে কি?

হীৰা ॥ মোৰ—তেনেকৈ কোনো বেমাৰ হোৱা নাই। কিন্তু মোৰ—আইমিন চিষ্টাৰৰ চিৰিয়াচ্‌।

ডাক্তৰ ॥ মোৰ এতিয়া সময় নহব।

হীৰা ॥ চাৰ, [ পকেটৰ পৰা মনিবেগ উলিয়াই ডাক্তৰক টকা দিয়ে। ] এয়া আপোনাৰ ভিজিট।

ডাক্তৰ ॥ আপোনাৰ ৰোগী ক'ত ?

হীৰা ॥ শুনক চাৰ, মোৰ family member দহজন, আৰু দহজনেই আপোনাৰ ৰোগী।

ডাক্তৰ ॥ [ ঘণ্ডত ] মানে ?

হীৰা ॥ মানে চাৰ···[ মনিবেগৰ পৰা আৰু টকা উলিয়াই গনে। ] এজনৰ visit আপোনাক দিলোৱেই, বাকী ন জনৰ visit এয়া। [ বাকী টকা ডাক্তৰৰ সন্মুখত ৰাখে। ]

ডাক্তৰ ॥ আপোনাৰ কথা বোৰৰ কোনো অৰ্থ বিচাৰি পোৱা নাই।

হীৰা ॥ মানে চাৰ, মোৰ ঘৰখনৰে আপুনি private চিকিৎসক হব লাগে।

ডাক্তৰ ॥ [ডাক্তৰে কলিং বেল টিপে। হৰিচৰন সোমাই আহে।] নাৰ্চক মাতা।
[ হৰিচৰণৰ ভিতৰলৈ প্ৰস্থান ]

হীৰা ॥ চাৰ, মই এতিয়া যাওঁ-হে।
[ ডাক্তৰে টকা আৰু পেকেটটো হীৰাক আগ বঢ়ায়। হীৰাই কিন্তু টকা খিনি নলয়। ]·· আপুনি মোক refuse নকৰিব। প্লিজ—।
[ এনেতে নাৰ্চৰ প্ৰৱেশ। ]

ডাক্তৰ ॥ চিষ্টাৰ, অক্সিজেন চিলিণ্ডাৰ সাজু কৰা।

নাৰ্চ ॥ অক্সিজেন কম আছে চাৰ।

হীৰা ॥ চাৰ, যদি বেয়া নাপায়, মানে চাৰ অক্সিজেন চিলিণ্ডাৰ চাপ্লাইৰ অৰ্ডাৰটো মোক দিব নেকি চাৰ ?

ডাক্তৰ ॥ [ বিৰক্তিত হীৰালৈ চায় আৰু কয় ] আপুনি যাওঁক গৈ। [ নাৰ্চক ] চিষ্টাৰ মই-গৈ আছোঁ।

নাৰ্চ ॥ ভাল চাৰ।
[ নাৰ্চৰ ভিতৰলৈকে প্ৰস্থান। ]

হীৰা ॥ অৱশ্যে চাৰ আপোনাক অৰ্ডাৰৰ কথাটো কোৱাটো ভুল হৈছে।

ডাক্তৰ ॥ আপুনি টোপোলাটো আৰু টকা খিনি লৈ যাব। [ কিবা লিখে। ]

হীৰা ॥ আপুনি order-টো নিদিব পাৰে কিন্তু মোৰ টোপোলাটো লোৱাত অকনো বাধা নাই। প্লিজ চাৰ— [ হৰিৰ ভিতৰৰ পৰা প্ৰৱেশ। ] ···( হৰিক ) টোপোলাটো ভিতৰলৈ লৈ যোৱা।



হৰি ॥ আমাৰ ভিতৰ বাহিৰ কতোৰে store নাই।

হীৰা ॥ থিক আছে। থিক আছে।
[ আকাৰে ইঙ্গিতে হৰিক বাহিৰলৈ মাতে। টকা খিনি সামৰে। হৰিয়ে বাহিৰলৈ লৈ যাওঁতে টোপোলাটো লৈ যায়। কিন্তু আহোতে টোপোলাটো এৰি থৈ আহে। হৰিৰ লগতে ৰূপনাথ হাজৰিকা সোমাই আহে। বয়স ষাঠি। বগা সাজ পাৰ। চকুত বিতচকু। নাৰ্চ এগৰাকীৰ ছবি সদায় মোনাত ৰাখে। কোঠাত সোমাইয়ে ইপিনে সিপিনে গল মেলি চায়। ]

ৰূপনাথ ॥ নাৰ্চ-তাৰ্চ এগৰাকী নাই নে ডাক্তৰ ?

ডাক্তৰ ॥ কিয় লাগে ?

ৰূপনাথ ॥ ৰজা দুষ্মন্তই পাণী বিচাৰি কণ্বমুনিৰ আশ্ৰমলৈ গৈছিল।

ডাক্তৰ ॥ পাণী খাব ?

ৰূপনাথ ॥ বুজিছে ডাক্তৰ, পাণী খাওঁতে লগ পালে শকুন্তলাক। মই দুষ্মন্তই আজি লগ পাম [ পকেটৰ পৰা নাৰ্চৰ ফটো উলিয়াই ] এই গৰাকী শকুন্তলাক। [ হৰিচৰণে ভিতৰলৈ যাব ওলায়। ৰূপনাথে বাধা কৰে। ] নালাগে, নালাগে, মোৰ কাৰণে তুমি কষ্ট কৰিব নালাগে।

ডাক্তৰ ॥ আপোনাৰ বৰ পিয়াহ লাগিছে।

ৰূপনাথ ॥ ডাক্তৰ, আশ্ৰম কন্যা শকুন্তলা ক'ত ?
[ ভিতৰলৈ গল মেলি চায়। হৰিচৰণে ভিতৰ সোমাই যায়। ]

ডাক্তৰ ॥ আপুনি পিয়াহতকৈ বেমাৰক বেছি ভয় কৰে।

ৰূপনাথ ॥ ডাক্তৰ, আপোনাৰ আশ্ৰমৰ জন্ম মোৰ বিহাৰৰ কাৰণে, আপোনাৰ শকুন্তলা-সৃষ্টি মোৰ তৃষ্ণা নিবাৰণৰ কাৰণে।

ডাক্তৰ ॥ কৰবাত আঘাট—তাঘাট পাইছে নেকি ?

ৰূপনাথ ॥ সীতা-দ্ৰৌপদী নতুবা কুন্তীৰ সতীত্বত চেকাঁ থাকিব পাৰে, কিন্তু মোৰ শকুন্তলাৰ সতীত্বত চেকা নাই। [ ফ'টো বুকুত সাৱটি ] শকুন্তলা!

ডাক্তৰ ॥ কিবা মেণ্টেল ট্ৰাবোল ?

ৰূপনাথ ॥ ডাক্তৰ, মই কিন্তু ৰজা দুষ্মন্ত নহয়, মই হৈছো ৰূপনাথ হাজৰিকা।

ডাক্তৰ ॥ আপুনি বহক।

ৰূপনাথ ॥ [ নবহে ] বহিম মানে ? [ পকেটৰ পৰা ফটো উলিয়াই ] নবহো, শকুন্তলাক আশ্ৰমৰ পৰা উলিয়াই দিয়া, মই লৈ যাওঁ।

ডাক্তৰ ॥ ছোৱালীজনীক আপুনি সপোনত দেখে ?

ৰূপনাথ ॥ ৰাতি ৰাতি দেখা দিয়ে, মোক সদায় হাত বাউল দি মাতে।

ডাক্তৰ ॥ [ হাতৰ নাৰ্ভ চাই ] আপুনি বিয়া কৰাইছে?

ৰূপনাথ ॥ চৈধ্য বছৰ বয়সতে বিয়া কৰালোঁ।

ডাক্তৰ ॥ মানুহ গৰাকী এতিয়াও জীয়াই আছে?

ৰূপনাথ ॥ এগৰাকী নহয়, দহজনী।

[ ডাক্তৰে ৰূপৰ চকু পৰীক্ষা কৰিবলৈ থিয় দিছিল, কিন্তু পৰীক্ষা নকৰি ৰূপক প্ৰশ্ন কৰে। ]

ডাক্তৰ ॥ বানপ্ৰস্থী হব পাৰিব?

ৰূপনাথ ॥ শকুন্তলাক পালে পাৰিম।

ডাক্তৰ ॥ কোন শকুন্তলা?

ৰূপনাথ ॥ হে ডাক্তৰ, কিমান বাৰ আপোনাক কলোঁ। ···থিক আছে, [ ফ'টো দেখুৱাই ] এইজনী।

[ ডাক্তৰে কলিং বেল টিপে। হৰিৰ প্ৰৱেশ। ]

ডাক্তৰ ॥ [ ৰূপক দেখুৱাই ] এখেতক জিৱনি কোঠাত বহুৱাই থোৱা।

ৰূপনাথ ॥ মই কিন্তু অকল আঙুঠিটো পিন্ধাইয়ে এৰি থোৱা ভকত নহয়, লগৰ বস্তু লগতে লৈ যাম।

হৰিচৰণ ॥ চাৰে আপোনাক জিৱনি কোঠাতে বহিব কৈছে।

ৰূপনাথ ॥ বহি সময় নষ্ট মই নকৰোঁ।···মোৰ শকুন্তলাক মাতা।

হৰিচৰণ ॥ শকুন্তলাই কাপোৰ কানি পিন্ধিব ধৰিছে। আপুনি অনুগ্ৰহ কৰি বহক।

ৰূপনাথ ॥ তাকে কোৱা। বহিম। এশ এবাৰ বহিম।

[ হৰিয়ে দৰ্জা খুলি দিয়ে। ৰূপৰ প্ৰস্থান। জিৱনি কোঠালৈ চাই হৰিয়ে মাতে। ]

হৰি ॥ [ জিৱনি কোঠালৈ চাই মাতে ] চাৰৰ লগত আপোনাৰ কিবা কথা আছে নেকি?

[ হিপ্পী স্কট সোমাই আহে। স্কটৰ হাতত গাঞ্জাৰ চিলিম। বয়স ওঠৰ বিশ। ]

স্কট ॥ [ গাঞ্জাত টান মাৰি ] ব্যোম্—।

ডাক্তৰ ॥ আপোনাক ইয়াত কি লাগে?

[ হৰিচৰণে দৰ্জা খন বন্ধ কৰি ভিতৰলৈ সোমাই যায়। ]



স্কট ॥ আপুনি মোক দেখা নাই?

ডাক্তৰ ॥ আপুনি জানে এইটো ৰোগী পৰীক্ষা কৰা কোঠা।

স্কট ॥ শুনিছোঁ, আপোনাৰ ওচৰত ফৰেন গাঞ্জা থাকে। [ চিলিম আগবঢ়াই দি ] থাওঁক।

ডাক্তৰ ॥ [ মাতে ] হৰিচৰণ!

হৰিচৰণ ॥ [ প্ৰৱেশ ] চাৰ।

ডাক্তৰ ॥ আৰু কোনোবা ৰোগী আছে নেকি?

হৰিচৰণ ॥ নাই চাৰ।

ডাক্তৰ ॥ বাকী তিনিজনক মাতা।

[দৰ্জা খোলাৰ লগে লগে তিনিওজনে সোমাই আহে। হৰিচৰণে পুনৰ ভিতৰ সোমাই যায়। এনেতে ফোন বাজে। ডাক্তৰে ৰিচিভাৰ তুলি লয়। ]

···Hallo, মিচেছ দাৰোৱাই কৈছে? অ কি হ'ল? মিষ্টাৰ দাৰোৱাই বিচাৰিছে?···জ্বৰ বেচি নেকি?···বুজিছে ডাক্তৰ মানুহৰ সময়ৰ বৰ অভাৱ। ···কি ক'লে?···মই যাব লাগে? গৈছোঁ। অকনমান অপেক্ষা কৰক।···

[ ৰিচিভাৰ থৈ দিয়ে। ]

প্ৰতাপ ॥ ডাক্তৰ পিতা, you are really a great doctor.

ডাক্তৰ ॥ আপনালোকে যিবোৰ ৰোগত ভুগিছে তাৰ জন্মদাতা আপোনালোক নিজেই।

হীৰা ॥ [ ডাক্তৰৰ কাষলৈ আহি পেটত হাত দি বহি পৰে। ] আহ বৰ বিষ।··· আহ মই মৰিলোঁ।

ডাক্তৰ ॥ হঠাতে আপোনাৰ কি হ'ল?

হীৰা ॥ মই মৰিম ডাক্তৰ।···আহ্···

ডাক্তাৰ ॥ হৰিচৰণ। [ হৰি-সোমাই আহে। ]··· এখেতক অপাৰেচন টেবুললৈ লৈ বলা।

হীৰা ॥ [ চিঞৰি ] অ-পা-ৰে-চ-ন!

ডাক্তৰ ॥ হয়, অপাৰেচন।

হীৰা ॥ যিমান টকা খৰচ কৰিব লাগে মই সিমান টকা খৰচ কৰিব পাৰোঁ, কিন্তু অপাৰেচন টেবুলত উঠিব নোৱাৰোঁ।

ডাক্তৰ ॥ টকা?

হীৰা ॥ এক হেজাৰ—দুই হেজাৰ · দহ হেজাৰ ডাক্তৰ···দহ হেজাৰ···

ডাক্তৰ ॥ টকাৰে মৃত্যুক জয় কৰিব নোৱাৰি।

হীৰা ॥ ডাক্তৰ, মাত্র এবাৰ পৰীক্ষা কৰি চাওঁক—মাত্র এবাৰ···[ পেটত ধৰি থিয়-দিয়ে ]

ডাক্তৰ ॥ য'ত মৃত্যুৰ বিভৎস ৰূপ দেখিবলৈ পোৱা যায় তাতে থাকে প্রশান্তি।

হীৰা ॥ আহ্···আপুনি ডাক্তৰ নে কি ? আপুনি ডাক্তৰ নে কি ? [ পেটত ধৰি বাহিৰ ওলাই যায়। ]

প্রতাপ ॥ ডাক্তৰ পিতা, এইবোৰ ৰোগীৰ কাৰণে সচাকৈয়ে মই অনুতপ্ত।

ডাক্তৰ ॥ মানে ?

প্রতাপ ॥ এইবোৰ ৰোগীয়ে আপোনাৰ নিচিনা নিপুন ডাক্তৰ এজনক বিশ্বাস কৰিবলৈ শিকা নাই।

ডাক্তৰ ॥ মোৰ ওপৰত বিশ্বাস নোহোৱা বুলি কেনেকৈ জানিলে ? চিকিৎসা বিজ্ঞানৰ ওপৰতো বিশ্বাস নহব পাৰে।

স্কট ॥ বিজ্ঞান-সভ্যতা-সকলো ভাঙৰ জুঁইত পুৰি পেলাম।

ৰূপনাথ ॥ তুমি হনুমান।

স্কট ॥ মই ত্রান কর্তা। ব্যোম্—[ গাঞ্জা হুপে ]

ৰূপ ॥ লঙ্কা দহন হব পাৰে, কিন্তু মোৰ সীতা দহন হব নোৱাৰে।

স্কট ॥ সীতাৰ অগ্নি পৰীক্ষা ময়ে কৰিম।

ৰূপ ॥ মোৰ সীতা, মোৰ বেউলা, মোৰ শকুন্তলা।

প্রতাপ ॥ দেখিছে ডাক্তৰ পিতা, স্বাধীনতা লাভৰ আজি একুৰিবো ওপৰ কাল হ'ল, তথাপি মানুহৰ ৰোগৰ কোনো পৰিবৰ্ত্তন নহ'ল।

স্কট ॥ [ প্রতাপক ] মোৰ এই পোৰা গাল থন দেখিছে ?

প্রতাপ ॥ পিতা, ভাংৰ জুঁইয়ে পুৰিলে।

স্কট ॥ নহয় মই নিজেই পুৰিলোঁ।

[ প্রতাপক ভাঙৰ জুঁইৰে পুৰিবলৈ খেদি যায়। প্রতাপে 'ডাক্তৰ পিতা' 'ডাক্তৰ পিতা' কৈ চিঞৰে। ]

হীৰা ॥ [ বাহিৰৰ পৰা প্রৱেশ ] ঠিক, ঠিক, অকল এখেতকে পোৰা নহয়, ডাক্তৰ কো পুৰিব লাগে।

ডাক্তৰ ॥ আপুনি সুস্থ ?

হীৰা ॥ মোক দেখা নাই জানো ?

ডাক্তৰ ॥ আপোনাৰ Collic pain আহিল আৰু গ'ল



হীৰা ॥ মুৰৰ পেইন আহিল কিন্তু নগ'ল।

ডাক্তৰ ॥ বন দৰৱ এটি দিম মুৰ পাতি লব ?

হীৰা ॥ টকাৰে বন দৰৱ কিনা নহয় ?

স্কট ॥ ভাং আছে।

ৰূপ ॥ শকুন্তলা আছে।

প্রতাপ ॥ [ অসহায় ভাবে ] ডাক্তৰ পিতা, মোৰ কৰবলৈ একোৱে নাই। কিবা এটি কম ভাঙৰ জুঁইৰে পুৰি মাৰিব। [ ভয়তে ইফালে সিফালে প্রতাপে চায়। ]

ডাক্তৰ ॥ ধন, ক্ষমতা, নাৰী, আৰু নিচাৰ কথা চিন্তা নকৰি মাত্র বাস্তৱৰ সন্মুখীন হবলৈ চেষ্টা কৰক। থি বাস্তৱ আপোনালোকে দেখিছে সেয়া বাস্তৱ নহয়, সেয়া হ'ল কদর্য্য নৰক। এই নৰকত প্রৱেশ নকৰি—বিজ্ঞান আৰু গণিতক সন্মুখত ৰাখি আপোনালোকে চিকিৎসালয়ৰ ভিতৰত প্রৱেশ কৰক।

প্রতাপ ॥ [ সভয়ে ] আহক, ডাক্তৰ পিতাই অনুৰোধ কৰিছে—, আহক, আপোনালোকে এনেদৰে—ৰৈ আছে কিয় ?

[ হীৰা, স্কট, আৰু ৰূপে এটি সবল গতিত জিৰণি কোঠাত প্রৱেশ কৰে। ]

ডাক্তৰ ॥ [ ভিতৰলৈ চাই মাতে ] চিষ্টাৰ !

প্রতাপ ॥ ডাক্তৰ পিতা, আপোনাৰ চিকিৎসালয়ৰ ভিতৰত মই সোমাব বিচাৰিছোঁ।

ডাক্তৰ ॥ কিন্তু এখন্তেক আগেয়ে নীৰৱে থিয় দি থাকিলে।

প্রতাপ ॥ পিতা, প্রকৃততে আপোনাৰ আৰু মোৰ মাজৰ সম্পৰ্কটো এওঁলোকক দেখুৱাব বিচৰা নাই।

নাৰ্চ ॥ [ ভিতৰৰ পৰা প্রৱেশ ] চাৰ !

ডাক্তৰ ॥ জিৰনি কোঠাত কেইজন মান ৰোগী আছে।

প্রতাপ ॥ ডাক্তৰ পিতা, কি ক'লা—ৰোগী ?

ডাক্তৰ ॥ অ ৰোগী।

প্রতাপ ॥ নহয় পিতা, সিহঁত ভণ্ড।

ডাক্তত ॥ সংসাৰত কোনো মানুহ ভণ্ড নহয়।

প্রতাপ ॥ পিতা !

ডাক্তৰ ॥ আপুনি জিৰণি কোঠাত বহক গৈ।

প্রতাপ ॥ [ আঁকুল ভাবে ] ডাক্তৰ পিতা।

ডাক্তৰ ॥ আপুনি জন গনৰ সেৱক।

প্রতাপ ॥ [ ভৰিত পৰি ] জনগনক সেৱা কৰিবলৈ সুবিধা কন দিয়ক।

ডাক্তৰ ॥ চিষ্টাৰ, এইবোৰ ৰোগীৰ ৰোগ নিৰাময় কৰাৰ ভাৰ তোমাৰ ওপৰত।
নাৰ্চ ॥ আপোনাৰ উপদেশ মতে কাম কৰিম।
প্ৰতাপ ॥ ভাল ডাক্তৰ পিতা, মই আহোঁছে।

[ নমস্কাৰ কৰি বাহিৰলৈ ওলায় যায়। ]

ডাক্তৰ ॥ চিষ্টাৰ, মনোবিজ্ঞান আমাৰ কাৰণে অতি দৰ্কাৰী।
নাৰ্চ ॥ মই এজনী সাধাৰণ চিষ্টাৰ মাত্ৰ।
ডাক্তৰ ॥ তুমি তোমাৰ সকলো দি ৰোগীক আৰোগ্য কৰা দেখিছোঁ।
নাৰ্চ ॥ এয়া এজনী চিষ্টাৰৰ ধৰ্মৰ্।
ডাক্তৰ ॥ মনত ৰাখিবা, ঔষধে এই ৰোগ আৰোগ্য নকৰে।
[ ভিতৰলৈ যাব ওলায়। ভিতৰলৈ চাই মাতে ] হৰিচৰণ।
হৰিচৰণ ॥ [ প্ৰৱেশ ] চাৰ!
ডাক্তৰ ॥ ৰোগী বোৰক ইয়ালৈকে মাতা।
[ ডাক্তৰে ভিতৰলৈ প্ৰস্থান। হৰিয়ে ডাক্তৰৰ পিনে চাই থাকোতে নাৰ্চ আবৃত্তি আৰম্ভ কৰে। হৰি জঠৰ হৈ পৰে। ]
নাৰ্চ ॥ [ আবৃত্তি ] মোৰ সম্মুখত এটি বিৰাট প্ৰশ্ন—

ডাক্তৰ থাকোতে
ৰোগ নিৰ্ণয় তথা
নিৰাময়ৰ ভাৰ মোৰ ওপৰত।
মই নহয় ডাক্তৰ,
সাধাৰণ এজনী চিষ্টাৰ,
তথাপি
আছে হাতত মোৰ
ঔষধ ৰোগীৰ।
প্ৰেম, মৰম, স্নেহ
আৰু যে কাব্য। [ হৰিৰ জঠৰতা ভাঙে। ]

হৰি ॥ ৰোগীবোৰক মাতি জানো কিবা লাভ হব?
নাৰ্চ ॥ তুমি তোমাৰ কৰ্ত্তব্য কৰি যোৱা।
হৰি ॥ আপুনি মোক ভালদৰে জানেই চিষ্টাৰ।
নাৰ্চ ॥ তুমি মিছাকৈয়ে কথা বঢ়াইছা।
হৰি ॥ কিন্তু এইবোৰ ৰোগীৰ কাৰণেই এইখাৰ কথা কব লগা হ'ল।



নাৰ্চ ॥ চাৰে তোমাক বেয়া পাব।
হৰি ॥ চাৰে কাকো বেয়া নাপায়।
নাৰ্চ ॥ এই বিশ্বাসে আমাৰ ধ্বংস আনিব।
হৰি ॥ অভাৱত পৰা ঘৰখন পাঁহৰি এই ৰোগী বোৰক লৈ জীয়াই আছোঁ চিষ্টাৰ।
[ দৰ্জাখন খুলি জিৰণি কোঠাৰ ভিতৰলৈ চায়। লগে লগে স্কটৰ বাহিৰে বাকী তিনিজন ৰোগী সোমাই আহে। হৰিচৰণে স্কটক মাতে ] ...আপুনিও আহক।
[ স্কট সোমাই আহে। হৰি ভিতৰ সোমাই যায়। ]
ৰূপ ॥ [ এখোজ আগুৱাই গৈ নাৰ্চক সাৱটিব খোজে। ] কলিজাজনী, ইমান দিনে তুমি ক'ত আছিলা?
নাৰ্চ ॥ [ আতঁৰি ] আপোনাৰ নিচেই কাষতে।
ৰূপ ॥ ৰাতি হ'লে দেখা দিয়া, দিনত হলে আতঁৰি পৰা। কিন্তু কিয়?
নাৰ্চ ॥ [ আতঁৰি ] অকনমান ৰবচোন।
ৰূপ ॥ তোমাৰ হৰিণী নয়ন, হংস গমণ—
প্ৰতাপ ॥ পিতা, উচিত কলেও জগৰহে লাগিব, নকওৱে দিয়া। [ মঞ্চৰ একোনত পিছ মুখ দি লুকায়। ]
স্কট ॥ মই কিন্তু কম্... ৰূপ, যৌৱন, সকলো ফুটুকাৰ ফেন। ব্যোম্—
নাৰ্চ ॥ আপোনালোকৰ ভড়ালত যথেষ্ট পৰিমানৰ ধান আছে!
হীৰা ॥ Simply বছৰটো জোৰে গৈ!
[ ৰূপে ফটো খন উলিয়াই মুখৰ ভিতৰতে কিবা কিবি কৈ থাকে। ফটো খনত চুমা খায় ]
নাৰ্চ ॥ আজি পৃথিবীখন এজনৰ হাতৰ মুঠিত।
প্ৰতাপ ॥ আইজনী, পৃথিবীখন সকলোৰে হাতৰ মুঠিত থাকক।
স্কট ॥ [ নাৰ্চক ] যোৱা কালি নিশা তোমাক মই শূন্যত লগ পাইছিলোঁ। তুমি কৈছিলা সমগ্ৰ পৃথিবীভাংৰ জুঁইত তুলি দিয়া।
নাৰ্চ ॥ [ স্কটক ] চাৰে আপোনালোকক কি ক'লে?
স্কট ॥ অৰ্থহীন কিছুমান প্ৰলাপ।
প্ৰতাপ ॥ ৰাম, ৰাম, এনেকুৱা কথা আৰু নাই।......[ দুঃখত ] মই আহিলোঁ আইজনী।
নাৰ্চ ॥ [ প্ৰতাপক ] ৰব, আপোনালোকৰ প্ৰাপ্য আপুনি পাবই।

[ নার্চৰ চাবিও কাষে সকলোৱে এপাক ঘূৰে। নার্চে লাহে লাহে আবৃত্তি কৰে চৰিত্র চাবিটা জঠৰ হৈ পৰে। ]

[ আবৃত্তি ] সত্যক আদৰি ললে
জীৱনৰ সকলো ক্লান্তিৰ হয় অৱসান।
সুন্দৰক আকোৱালি ললে
হৃদয়ত লাগে দেৱ মহিমা।
শিৱৰ মিতালিয়ে জানোঁ
গুচায় জীৱন যন্ত্ৰনা।
হে ৰোগাক্রান্ত মানৱ,
জীৱনৰ নিবিড় ক্ষণত
আকোৱালি লোৱা সুন্দৰক। [ সকলোৱে জঠৰতা ভাঙে। ]

[ সকলোৱে এডাল সৰল ৰেখাত থিয় হয়। ]

নার্চ ॥ [ ৰূপক ] এতিয়া আপুনি কেনেদৰে মোক পাব বিচাৰে ?

ৰূপ ॥ হেঃ হেঃ সোনজনী তুমি কৈছা কি ? তুমি যে মোৰ সপোন ৰাণী।

নার্চ ॥ সপোন আৰু বাস্তৱৰ মাজত পার্থক্য আছে।

ৰূপ ॥ তুমি মোক এনেকৈ কলা ? মই কপালত ভুকুৱাই মৰি যাম।

[ কপালত ভুকুৱাবলৈ ধৰে। ]

হীৰা ॥ এখেতৰ কথা বাদ দিয়ক, মোৰ আপোনাৰ লগত ব্যক্তিগত কথা আছে।

নার্চ ॥ ব্যক্তিগত কথা ?

প্রতাপ ॥ আইজনী, আপুনি ভিতৰলৈ যাওঁক।

নার্চ ॥ মই যাবই লাগিব।……নহয়, নহয়, মই নাযাওঁ। [ হুক্ হুকৈকৈ কান্দে। ]

হৰি ॥ [ ভিতৰৰ প্রৱেশ ] চিষ্টাৰ !

[ ৰূপনাথে উঠি আহি নার্চৰ মুখলৈ বেদনাকাতৰ চাৱনিৰে চায়। ]

নার্চ ॥ এওঁলোকৰ সম্মুখত সকলো অচল।

হৰি ॥ অজ্ঞানীৰ আগত টোকাৰি বালে কি হব ?

[ ৰূপে হাতৰ টোকান ডাল দাঙি হৰিক মাৰিবলৈ খেদি যায়। হঠাৎ ৰূপ পৰি যায়। নার্চ আৰু হৰিয়ে তুলি ধৰে। স্কটে হাহেঁ। ]

নার্চ ॥ হৰিচৰণ, এখেতক ভিতৰলৈ লৈ বলা।

ৰূপ ॥ আহ্ আহ্…সোনজনী তুমিও মোৰ লগতে আহা।

[ নার্চ, হৰি আৰু ৰূপে ভিতৰলৈ যায়। ]



হীৰা ॥ মোৰ business ত hamper হৈছে।

প্রতাপ ॥ পিতা, মই ভাবো সময়ৰ যথেষ্ট মূল্য আছে।

স্কট ॥ বিজিনেচ, সময়, হাঃ হাঃ হাঃ

[ হীৰাই 'ডাক্তৰ' 'ডাক্তৰ' বুলি চিঞৰে। স্কটে গাঞ্জা টানি চিঞৰে "ব্যোম"। ]

নার্চ ॥ [ প্রৱেশ ] মানুহ জনক ৰচাবলৈ হলে তেজৰ দৰ্কাৰ।

প্রতাপ ॥ আইজনী, তুমি যদি কোৱা মই তেজ দিব পাৰোঁ।

হীৰা ॥ চিষ্টাৰ, কোন টকা পয়চা নালাগে, যিমান লাগে ময়ে দিম।

ডাক্তৰ ॥ [ ভিতৰৰ পৰা প্রৱেশ ] চিষ্টাৰ, অ গ্রুপৰ ব্লাড লাগিব।

নার্চ। মোৰ গ্রুপ অ'চাৰ।

ডাক্তৰ ॥ তুমি কিমান জনক তেজ দিবা ?

নার্চ ॥ তেজ নিদিলে মানুহজন মৰিব।

ডাক্তৰ ॥ ক্ষমতাৰ বাহিৰলৈ গলে তুমিও মৰিবা।

প্রতাপ ॥ ডাক্তৰ পিতা, যদি মোৰ তেজ মিলে তেতিয়া হলে ময়ে তেজ দিম।

হীৰা ॥ ডাক্তৰ, মোৰ তেজ অ'গ্রুপৰ। গতিকে ময়ে তেজ দিম।

প্রতাপ ॥ নহয় ডাক্তৰ পিতা, মই তেজ দিম। ময়ে তেওঁক শুশ্রূষা কৰিম।

হীৰা ॥ Oh stop, মই তেওঁক আপেল আঙুৰৰ ৰস খুৱাম।

প্রতাপ ॥ মই তেওঁক মহা মানৱৰ বানী শুনাম।

হীৰা ॥ What !

[ ডাক্তৰৰ মেজৰ ওপৰত পৰি থকা হাতুৰীটোৱে প্রতাপৰ মূৰত আঘাট কৰে। প্রতাপে মূৰত ধৰি বহি পৰে। ডাক্তৰ, নার্চ প্রতাপক লৈ ব্যস্ত হৈ পৰে। প্রতাপে নীৰৱে থিয় দিয়ে। দেখা যায় প্রতাপৰ মূৰৰ পৰা তেজৰ ধাৰ বৈ আহিছে। ]

প্রতাপ ॥ [ দুঃখত ] ডাক্তৰ পিতা, মোৰ তেজে মানুহজনক জীয়াই তুলিব নোৱাৰিব। মোৰ তেজ জনগণৰ কাৰণে নহয়। মোৰ তেজ অকল মোৰ কাৰণে।

ডাক্তৰ ॥ আপুনি ভিতৰলৈ বলক।

প্রতাপ ॥ কিন্তু ডাক্তৰ পিতা, মোৰ এই তেজে মোক চিৰদিনে জীয়াই ৰাখিব।

[ যাব ওলায়। ]

ডাক্তৰ ॥ আপুনি নাযাব।

প্রতাপ ॥ নমস্কাৰ ডাক্তৰ পিতা। নমস্কাৰ।

[ নমস্কাৰ কৰি বাহিৰলৈ প্রস্থান ]

স্কট ॥ তেজ! তেজ!! প্ৰথম মহাসমৰৰ তেজ, দ্বিতীয় মহা সমৰৰ তেজ, গন বিপ্লৱৰ তেজ, ভিয়েটনামৰ তেজ। কেৱল তেজ। এই তেজ পূৰত, পশ্চিমত, উত্তৰত, দক্ষিণত। এই তেজ মোৰ ভৰিৰ তলত। পৃথিৱীৰ সৰ্বত্ৰ তেজ।···এই তেজ মই চাব নোৱাৰোঁ। ইয়াত মোৰ আজুককাৰ তেজ আছে, ককাৰ তেজ আছে, মা-দেউতা সকলোৰে তেজ আছে। এই তেজেৰে মই এজনক জীয়াই তুলিব নিবিচাৰোঁ, হেজাৰ জনক জীয়াই তুলিব নিবিচাৰোঁ। [ বাহিৰলৈ প্ৰস্থান ]

ডাক্তৰ ॥ চিষ্টাৰ, বলা ভিতৰলৈ যাওঁ।

হীৰা ॥ ময়ো ভিতৰলৈ যাওঁ ডাক্তৰ।

ডাক্তৰ ॥ নালাগে। আপুনি যাওঁক গৈ।

হীৰা ॥ মোৰ তেজৰ কোনো মূল্য নাই?

ডাক্তৰ ॥ নাই। [ নাৰ্চ ভিতৰলৈ যায়। ]

হীৰা ॥ কিয় নাই?

ডাক্তৰ ॥ নিজকে প্ৰশ্ন কৰক।

হীৰা ॥ ইয়াৰ অৰ্থ কি?

ডাক্তৰ ॥ মানুহ জনক তেজ দিয়াৰ কাৰণে চিষ্টাৰহে যোগ্যা।

হীৰা ॥ আমাৰ তেজ কিহৰ কাৰণে?···ইন্‌কিলাব।··· জিন্দাবাদ।

[ লাহে লাহে হাত ওপৰলৈ উঠে। জঠৰ হৈ পৰে ]

প্ৰতাপ ॥ [ বাহিৰৰ পৰা প্ৰৱেশ ] [ হীৰাক ] হাত তললৈ নমাওঁক।

[ ডাক্তৰ আৰু হীৰাৰ জঠৰতা ভাঙে। ] [ হীৰাক ] আপুনি ডাক্তৰ পিতাক অৱজ্ঞা কৰিছে, আপুনি মানুহৰ নৃপতি দাৰোৱাক অৱজ্ঞা কৰিছে, আপুনি জনগণক অৱজ্ঞা কৰিছে। [ ডাক্তৰে ভিতৰ সোমাই যায়। ]

প্ৰতাপ ॥ [ চেপি চেপি ] পিতা, হাতখন আৰু ওপৰলৈ তুলি দিয়ক।

হীৰা ॥ বুজিছে, চিষ্টাৰে বুঢ়াক তেজ দিব।

প্ৰতাপ ॥ পিতা, ইয়াৰ অৰ্থ মই নুবুজাকৈ থকা নাই। হাতখন আৰু ওপৰলৈ তুলি দিয়ক। আৰু ওপৰলৈ—আৰু ওপৰলৈ।

[ এখন্তেক দুয়ো জঠৰ হৈ পৰে। ]

[ ভিতৰত ৰূপনাথে তিনিবাৰ হাহেঁ। কিবা দলিওৱাৰ শব্দ হয়। দুয়োৰো জঠৰতা ভাঙে। নাৰ্চ সোমাই আহে। নাৰ্চৰ চকুত চকুলোঁ। ]

নাৰ্চ ॥ আপোনালোকৰ মনৰ কামনা এতিয়াও পূৰণ হোৱা নাই?



হীৰা + প্ৰতাপ ॥ হেঃ হেঃ নহব কিয়?···হৈছে।

ডাক্তৰ ॥ [ প্ৰৱেশ ] বুঢ়াজন বিচনাৰ পৰা উঠিব পৰাহোৱা নাই চিষ্টাৰ।

নাৰ্চ ॥ মই অক্ষম চাৰ।

ডাক্তৰ ॥ তুমি পাৰিবই লাগিব।

নাৰ্চ ॥ মই এজনী সাধাৰণ নাৰী।

ডাক্তৰ ॥ তুমি নাৰী নহয়, তুমি হৈছা চিষ্টাৰ।

নাৰ্চ ॥ মই মোৰ সৰ্ব্বস্ব দিব নোৱাৰোঁ।

ডাক্তৰ ॥ কিন্তু তুমি জীৱনটো দিব পাৰা।

[ ভিতৰৰ পৰা ৰূপৰ স্বৰ ভাঁহি আহিব—'মোৰ সপোন ৰানী ক'ত 'মোৰ সপোন ৰানী'। কিবা ভঙাৰ শব্দ।—'মোক ইয়াৰ পৰা যাবলৈ দে'—'যাবলৈ দে'।—" ]

নাৰ্চ ॥ ইয়াৰ পিছত নাৰ্চৰ কৰ্ত্তব্য কি চাৰ?

[ হৰিৰ প্ৰৱেশ। ]

ডাক্তৰ ॥ তোমাৰ কৰ্ত্তব্য ধৈৰ্য্য ধৰা।

নাৰ্চ ॥ মোক ক্ষমা কৰিব চাৰ। [ বাহিৰলৈ এখোজ যায়। ]

হৰি ॥ [ আকুলভাবে ] চিষ্টাৰ।

নাৰ্চ ॥ পিচতে নামাতিবা·হৰিচৰণ। [ বাহিৰলৈ প্ৰস্থান ]

ডাক্তৰ ॥ আপোনালোকৰ ৰোগ বৰ ভয়ানক।

হীৰা ॥ আমাৰ ৰোগৰ কথা আমি জানোঁ।

ডাক্তৰ ॥ Insomnia ৰোগৰ এয়া পূৰ্ব্ব লক্ষণ।

স্কট ॥ [ কানিৰ মহলা এটি হাতত লৈ। ] এয়া জুঁই। এই জুঁইৰে মই ভাং জলাম। এই জুঁইৰে নদ নদী, আকাশ-বতাহ ঘৰ-দুৱাৰ, চহৰ-নগৰ সকলো জলাম।

ডাক্তৰ ॥ আপোনালোকে কোনো দিনে মোক নাপাব।

স্কট ॥ নালাগে। তেজেৰে আপোনাৰ চৰণ ধুই নিকা কৰিব নোখোজোঁ। তেজে মোক ভীতু কৰে। জুঁইয়ে মোক উচ্ছল কৰে। এই জুঁই হাতত লৈ মই পোহঁৰ বিচাৰিছোঁ। [ এখোজ আগুৱায় ]

ডাক্তৰ ॥ আপোনালোকক মই আগুৱাব নিদিওঁ।

প্ৰতাপ ॥ নহয় পিতা, মই আগুৱাই যামেই। [ দুয়ো ভিতৰলৈ সোমাই যায়। ]

ডাক্তৰ ॥ হৰিচৰণ, মই বৰ ক্লান্ত। ৰোগী আৰু ৰোগৰ লগত যুঁজ কৰোতে

কৰোতে মই বৰ ক্লান্ত হৈ পৰিছোঁ। মোৰ বিশ্ৰামৰ দৰ্কাৰ। এই বিশ্ৰাম এঘণ্টাৰ, এদিনৰ হয়তো সহস্ৰ দিনৰ। মোক বিশ্ৰাম লাগে হৰিচৰণ।

হৰিচৰণ॥ [ আবেগ ] চাৰ! [ ৰূপৰ প্ৰৱেশ। উদ্‌ভ্ৰান্ত বেশ। ]

ৰূপ॥ মোৰ সোনজনী ক'ত? সোনজনী?…তাই তেজ দিছে। মোৰ কাৰণে তেজ দিছে।…তাই ইমান ভাল।…ইমান ভাল।…তাইক দেখিছ, তাইক দেখিছ?

ডাক্তৰ॥ মই অন্ধ।

ৰূপ॥ অন্ধই আকৌ ইয়ালৈ আহিল কেনেকৈ?…[ মাতে ] শকুন্তলা, বেউলা, ৰম্ভা, মেনকা… [ বাহিৰলৈ ওলাই যায় ]

ডাক্তৰ॥ যাৰ মৰমৰ কোনো দাম নাই, যাৰ ত্যাগৰ কোনো দাম নাই, যাৰ শুশ্ৰূষাৰ কোনো মূল্য নাই, সেইবোৰ মানুহ চকু মুদি থকাত বাহিৰে অইন কোনো উপায় নাই।

হৰিচৰণ॥ চাৰ!

ডাক্তৰ॥ যাৰ সুন্দৰৰ প্ৰতি আহ্বানে মানুহক জগাই তুলিব নোৱাৰে, যাৰ তেজৰ বিনিময়ত মানুহ পাগল হয়, সেই বোৰ মানুহ চিৰদিনৰ কাৰণে শুই থকা উচিত।…নহয়, শুই থাকিব কিয়? [হৰিক] কোৱা শুই থাকিব কিয়? [ এনেতে ভিতৰত জুঁই জ্বলে। গেচ চেম্বাৰ ফাটে। প্ৰচণ্ড শব্দ হয়। ৰোগী বিলাকৰ চিঞৰ বাখৰ শুনা যায় ]

হৰি॥ [ ব্যস্তভাবে ] চাৰ জুঁই।

ডাক্তৰ॥ মই জানোঁ হৰিচৰণ, জুঁই জ্বলিবই।

হৰি॥ নহয় চাৰ, এই জুঁই নুমাবই লাগিব।

ডাক্তৰ॥ তুমি নোৱাৰা।

হৰি॥ কিয় নোৱাৰোঁ?

ডাক্তৰ॥ এজনে এই জুঁই নুমোৱাৰ কাৰণে যথেষ্ট নহয়।

হৰি॥ নহয় চাৰ, এই জুঁইয়ে আমাক পুৰি মাৰিব।

ডাক্তৰ॥ এই জুঁইয়ে আমাক পুৰিবই।

[ চিঞৰ বাখৰ হয়। হিলৈ ফুটে। জুঁইৰ শিখাই আবৰি ধৰে ]

হৰি॥ ৰোগী বোৰৰ কি অৱস্থা হব?

ডাক্তৰ॥ হাসপাতালৰ গেট খোলা আছে!

হৰি॥ নহয় চাৰ, এই জুঁই মই নুমাবই লাগিব। [ ভিতৰলৈ যায়। ]

ডাক্তৰ॥ [ ডাক্তৰে ফোন কৰে ] Hallo, কোন?…নৃপতি দাৰোৱা। মই আপোনাৰ ওচৰলৈ যাব নোৱাৰোঁ।…কি ক'লে?…মোৰ হাসপাতালত জুঁই লাগিছে। কিন্তু জুঁই লগাটোৱে মই নোৱাৰাৰ আচল কাৰণ নহয়।

[ ৰিচিভাৰ থৈ দিয়ে। ]

॥ আঁৰ কাপোৰ ॥

---

# চিলিম।

১৯৭৩ চনৰ ৺ৰঘুকাকতি একাংকিকা প্ৰতিযোগিতাত মুগুৰীয়া ভাতৃ সঙ্ঘই নাট খন মঞ্চস্থ কৰে। প্ৰতিযোগিতাত নাটখন শ্ৰেষ্ঠ নাট হিচাবে বিবেচিত হয়। ইহাৰ উপৰিও দলটোৱে শ্ৰেষ্ঠ দলৰ বটা লাভ কৰে। নাটখনিৰ পৰিচালকে শ্ৰেষ্ঠ পৰিচালকৰ বটা লাভ কৰে। দ্বিতীয় শ্ৰেষ্ঠ অভিনেতা আৰু শ্ৰেষ্ঠ শিশু শিল্পীৰ বটাও উক্ত দলটোৱে লাভ কৰে।

একে চনতে গুৱাহাটী জিলা পুথিভঁড়ালত অনুষ্ঠিত ৺ফণীশৰ্মা একাংকিকা নাট-প্ৰতিযোগিতাত মুগুৰীয়া ভাতৃ সঙ্ঘই নাটখন অভিনয় ক'ৰে। উক্ত প্ৰতিযোগিতাত নাটখনিয়ে বাইজৰ পৰা যথেষ্ট সমাদৰলাভ কৰে।

চৰিত্ৰ সমূহ।

ভথুৰা।

তৰুণ।

অৰুনামণি।

বাতিয়া।

লেতুৰা।

ৰজা।

মন্ত্ৰী।

ৰক্ষী।

নাট খনত লগা বস্তু॥

এডাল শিকলি, এডাল চাবুক, এপাত তৰোৱাল, এটি চিলিমৰ প্ৰতিকৃতি, এটি তুলসী পুলি, জোলোঙা এখন, এচাৰি এডাল, কিতাপ-কলি, স্কেল এপাত, শুকান ধান খেৰ এমুঠি এটি চিলিম প্ৰতিকৃতি।

মঞ্চ সজ্জা ॥ ভথুৰাৰ ঘৰৰ আগচোতাল। চোতালত এজোপা তুলসী। ভিতৰৰ পিনে ঘৰ। আগপিনে পদুলি মুখ। সময় ৰাতি পুৱা।

ভথুৰা ॥ [ বুঢ়া বয়স। গাত গামোচা। বোকা পানী গাত। পিন্ধনত চুৰীয়া। হাতত এচাৰি। কান্ধত এখন মোনা। সোমাইয়ে হাঁসি এটি মাৰে। চোতালত পৰি থকা শুকান ধান খেৰ এমুঠি দেখি হাতত লয়। খেৰৰ মুঠিটো বান্ধে। কান্ধৰ পৰা জলঙা মেলি লয়। আকৌ হাঁসি এটি মাৰে। জলঙাৰ ভিতৰত কিবা এটি—বিচাৰে। বিচৰা বস্তুটো নাপাই খংত জ্বলি উঠে। অৰুনাক মাতে। ] অৰুনা, অ অৰুনা,

তৰুণ ॥ [ ভিতৰৰ পৰা প্ৰবেশ। ডেকা বয়স। গাত বগা—পায়জামা আৰু ৰঙা পাঞ্জাবী। ওপৰলৈ চাই ] বেলি লাহিয়ালেই।

[ ভিতৰত কুকুৰাই ডাক দিয়ে। ]

ভথুৰা ॥ কুকুৰাই কিন্তু ৰাতিপুৱাহে মাতে।

তৰুণ ॥ তুমি দেখোন পথাৰৰ হাল এৰি দি আহিলাই।

ভথুৰা ॥ [ খঙত ] মোৰ হাল, মোৰ মাটি।

তৰুণ ॥ [ হাঁহি ] ককাইয়ে বোধ হয় চিলিমটো নিবলৈ পাহৰিলা।

ভথুৰা ॥ [ দৃঢ় ভাবে ] আমাৰ চিলিম ক'ত ?

তৰুণ ॥ লেতুৰা ককাই কিবা গম পাব পাৰে।

ভথুৰা ॥ [ চোলাত খামুচি ধৰি ] মন কৰিছ নে নাই ? একঠা মাটি হাল নৌবাওতে মই ঘৰলৈ আহিব লগা হল।

তৰুণ ॥ থিক আছে—নহলে মই দেউতাকে সোধো।

ভথুৰা ॥ নহয়, অৰুণাক সোধ গৈ। [ গতিয়াই ভিতৰলৈ খেলি দিয়ে ]

তৰুণ ॥ ককা, মই মৰিলোঁ। [ মিছাকৈয়ে কান্দি কান্দি ভিতৰলৈ প্ৰস্থান। ] …এ—এ…

[ ভথুৰাই হাতত এচাৰি লয়। খঙত একো নাই হৈ-ভিতৰলৈ যাব বিচাৰে। অৰুণাই বাহিৰৰ পৰা আহি ভথুৰাক দেখে। ভথুৰাক দেখি উচাপ খাই উঠে। ভয়তে এখোজ পিচুৱাই যায়। ভথুৰাই কিবা মন কৰি কান্ধত জোলোঙাখন লয়। বাহিৰৰ জপনা খুলি অৰুণাই ওলাই যাব বিচাৰোতেই জপনা খোলাৰ শব্দ হয় আৰু ভথুৰাই দেখা পায়। ]

…[ দৃঢ় ভাবে মাতে ] অৰুনা ! [ অৰুণাৰ বয়স দহ/বাৰ ]



অৰুণা ॥ [ ভয়ে ভয়ে সোমাই আহে। হাতত থকা কিতাপ কপি লুকুৱাবলৈ বিচাৰে। ]

ভথুৰা ॥ ক'লৈ গৈছিলি ?

অৰুণা ॥ [ ভয়ে ভয়ে ] মই—মই…

ভথুৰা ॥ নদীৰ ঘাটলৈ পানী আনিবলৈ গৈছিলি নহয় ?

অৰুণা ॥ [ দ্বিধা ] নদীৰ ঘাটলৈ ?

ভথুৰা ॥ নদীৰ ঘাটত পিচলি পৰিলি নহয় ?

অৰুণা ॥ অ' অ পিচলি পৰাত কাষৰ কলহটো ভাঙি গ'ল।

ভথুৰা ॥ আৰু ককালত বৰকৈ আঘাট পালি।…আহঁ দেহি।

[ ককাল পিহি দিব বিচাৰে ]

অৰুণা ॥ [ এখোজ পিচুৱাই ] নাই, নাই, মোৰ আঘাট হোৱা নাই।

ভথুৰা ॥ [ আগুৱাই যায়। ] নোহোৱা বুলি কলেই হব নে ? হৈছে—বহুত হৈছে।

অৰুণা ॥ ককা, তই জানোঁ ভাংৰ গোন্ধ পোৱা নাই ?

ভথুৰা ॥ [ বতাহত ঘ্ৰাণ লৈ ]…থিকেই।

অৰুণা ॥ [ ভিতৰলৈ চাই মাতে ] দাদা,…অ দাদা,

[ তৰুণৰ প্ৰৱেশ। ]

ভথুৰা ॥ [ অৰুণাক ] নদীৰ ঘাটত পিচলি পৰি এইৰ ককাল খন ভাগিল।

অৰুণা ॥ বুঢ়া ককাইয়ে কি বোৰ কয় ?

ভথুৰা ॥ বুঢ়া কোন ?……বুজিছ, পঢ়া শালিলৈ গৈছিলি কিয় ?

অৰুণা ॥ [ লানি লগাই গায় ] ককা

তোৰ-ছুটি খাটি চকু  
নিজক দেখ অতি সৰু ;  
ৰজাৰ চিলিম ককাই হুপে  
ককাৰ পেটত লখিমী চৰে।

[ অৰুণাই হাতত থকা স্কেলডালেৰে ককাৰ পেটত খুচি দি হাঁহি হাঁহি প্ৰস্থান কৰে। ভথুৰাই অৰুণাক খেদি যায়। হঠাৎ ভথুৰাৰ ককালৰ বিষ উঠে। ]

ভথুৰা ॥ [ ককালত ধৰি ]—হেৰৌ তৰুণ, মই মৰিলোঁ—

তৰুণ ॥ [ ককাল পোনাই দি ] ককা, এইটো বয়সত তোমাৰ ককালৰ বিষ হব নালাছিল।

ভথুৱা ॥ [ ককাল পোনাই ] চিলিমটো বজাৰ।

তৰুণ ॥ ককা, মোক বিশ্বাস কৰা—এটি নতুন চিলিম কিনি দিয়া বাবদ কোনো বকৃসিচ মই নলওঁ।

ভথুৱা ॥ আমাৰ বজাক চিলিমটো দিছিল এজন বৃন্দাবনৰ সাধুৱে।

তৰুণ ॥ যিয়ে এই চিলিম পায় সিয়ে স্বৰ্গ লাভ কৰে নহয় জানো ককা ?

ভথুৱা ॥ প্ৰভু ঈশ্বৰে মৰমতে চিলিমটো আমাক দিছিল।

তৰুণ ॥ এই চিলিমটো হাতত লৈ তোমালোকেও স্বৰ্গবাসী হবা।

ভথুৱা ॥ দেখাত সাধাৰণ হলেও ই আমাৰ বৰ মৰমৰ।

তৰুণ ॥ মৰমৰ নহলে তোমালোকে ভাত পানী এৰি এই চিলিম আৰু ভাং কুটা পীৰা খন লৈ বহি নাথাকিলা হেঁতেন।

ভথুৱা ॥ [ এচাৰি ডাল দেখুৱাই ] এই এচাৰি ডাল দেখিছ ?

তৰুণ ॥ তোমাৰ ঘৰৰ জেওৰা ভাগি ভাংৰ বাৰী খন তহিলং কৰা গৰুটোৰ ওপৰত এচাৰি তোলা।

[ গৰুৰ আকৃতি ধাৰণ কৰে তৰুণে। ভিতৰৰ পৰা গল মেলি ইপিনে সিপিনে কিবা চায়। ]

ভথুৱা ॥ কেতিয়াবা গৰু কোবোৱা এচাৰিৰে চোৰও কোবোৱা হয়।

তৰুণ ॥ [ থিয় দি ] থিক আছে তোমাৰ ভাংৰ টোপোলাটো চুৰি কৰিব বিচৰা চোৰ জনৰ ওপৰত এচাৰি তোলা।

[ এটি চোৰৰ অভিনয় কৰে তৰুণে। ভথুৱাই খংতে এমুৰত থিয় দি থাকে। হঠাতে হাতত থকা এচাৰি ডাল মঞ্চত পেলাই থয়। ]

ভথুৱা ॥ এচাৰি ডাল থলো।

তৰুণ ॥ চোৰক কোবোৱা।

ভথুৱা ॥ চোৰক নোকোবায়—চোৰক শূলত দিয়ে।

তৰুণ ॥ কোনে ?

ভথুৱা ॥ এচাৰি ডালেৰে আমি শূলত দিম।

তৰুণ ॥ ৰজাইহে শূলত দিয়ায়।

ভথুৱা ॥ ৰজাৰ চাউদাং গিৰি আমিয়ে কৰিম। [ প্ৰস্থান ভিতৰলৈ। ]

[ তৰুণে ভথুৱালৈ চাই মিচিকিয়াই হাহেঁ। হঠাৎ দূৰৰ পৰা কান্দোনৰ



সুৰ ভাহি আহে। তৰুণে গল মেলি বাহিৰলৈ চায়। বাহিৰত ৰাতিয়াক দেখে। বুদ্ধি এটি সাজে। দৰ্শকৰ পিনে পিচ দি তৰুণে ভাং হুপাৰ অভিনয় কৰে। মঞ্চত ভালদৰে বহে। মুৰত কমাল এখন লয়। ]

ৰাতিয়া ॥ [ প্ৰৱেশ। কান্দি কান্দি ] অ ভথুৱা, ভাং নাপালে মোৰ ৰাতি টোপনি নাহে।

তৰুণ ॥ [ পৃথক কণ্ঠস্বৰ ] ব্যোম্

ৰাতিয়া ॥ [ কান্দোন বন্ধ হয়। ] চিলিমটো ক'ত পালি ? [ ৰাতিয়াই তৰুণৰ ওচৰ চাপি আহে। তৰুণে ৰাতিয়াৰ পিচমুখ দিয়ে। ]

তৰুণ ॥ [ ডাঙৰকৈ ] ব্যোম বাবা শিৱশম্ভু।

ৰাতিয়া ॥ এহুপা মোকো দে।

তৰুণ ॥ মোৰ বৰ ভোক লাগিছে।

ৰাতিয়া ॥ চিলিম হেৰুৱাৰ দিন ধৰি মোৰো পেটলৈ ভাত যোৱা নাই।

তৰুণ ॥ তই মৰি গলেও কোনো ক্ষতি নাই।

ৰাতিয়া ॥ [ ভৰিত ধৰিব যায় ] তোৰ মই ভৰিত—[ হঠাৎ তৰুণক দেখা পায়। ভাৱ পৰিবৰ্ত্তন। ]···এয়া আমাৰ ফুটা কপাল। [ হুক্ হুক্াই কান্দে ] এয়া আমাৰ পোৰা কপাল।

[ অৰুণাৰ প্ৰৱেশ । ]

অৰুণা ॥ ককাৰ হাল বোৱা এচাৰি ডাল ক'ত ?

তৰুণ। হালবালে পথাৰৰ ঘাহ বন মৰি শেষ হব।

অৰুণা ॥ [ এচাৰি ডাল বিচাৰি ] এচাৰি ডাল দে।

তৰুণ ॥ হো লৰা চাংত তুলি থোৱা দিবি। [ অৰুণাই এচাৰি ডাল লৈ ভিতৰলৈ প্ৰস্থান কৰে। ]

[ হঠাৎ ৰাতিয়াৰ দীঘল হামি এটি আহে। ]

ৰাতিয়া ॥ অই তৰুণ, কেনেদৰে হামি আহিব ধৰিছে দেখা নাই ?

তৰুণ ॥ অৰুণাৰ হাতৰ এচাৰিডালেৰে কিন্তু হাসি খেদিব পাৰিলাহেঁতেন।

ৰাতিয়া ॥ [ কান্দি কান্দি ] মই মৰি যাম অ তৰুণ।

অৰুণা ॥ [ প্ৰৱেশ ] কান্দিছ কিয় ককা।

চিলিমটোৰ বাবে ?

শুনা ককা

তইঁতৰ চিলিম আহিছিল

বজা ঘৰলৈ
বাগিত উঠি ;
আছিল পাট কাপোৰৰ মোনাত।
কিন্তু তহঁতৰ পাটকাপোৰ নাই,
আছে ফটা চিৰা মোনা।
সেয়ে চিলিম ককা গ'ল
ৰজাৰ বাৰি,
ৰজাই থব তোমালোকক
কাৰাগাৰত ভৰাই।

ভথুৰা ॥ [ প্ৰৱেশ ] চোৰক হে কাৰাগাৰত থয়।

তৰুণ ॥ ৰজাৰ টেকেলাই কৈ গ'ল তোমালোকৰ হেনো শাস্তি হব।

ভথুৰা ॥ [ চোতালৰ জাবৰ জঠৰ বোৰ একোনত জমা কৰে। ] আমাৰ ৰজা বিক্ৰমাদিত্য।

তৰুণ ॥ অৰুণাৰ মুখ খন দেখিয়ে যদি ৰজাই পমি যায় ?

ৰাতিয়া ॥ হেৰৌ তৰুণ, ৰজাৰ মনত দয়া—মৰম, জাতি-ভেদ নাথাকে।

তৰুণ ॥ সিংহাসনত বহাৰ আগেয়ে এচিলিম ভাং খাই, ৰজাই তুমি কোৱা বিচাৰকে কৰে।

ভথুৰা ॥ বিচাৰ দেখা নাই, দেখিবি। [ ভিতৰলৈ যাব ওলায়। ]
[ অৰুণাই বাটত থিয় দি গাব ধৰে। ]

অৰুণা ॥ [ হাত জোৰ কৰি ] হে প্ৰভু!
ককাৰ চিলিমটো ক'ত ?
সৰগত নে পাতালত ?
মাটিৰ ওপৰত কিন্তু নাই
আছে নেকি সৰগত
হৈ জোন বেলি তৰা ?
কোৱা প্ৰভু!
কোৱা তুমি সৰগৰ পৰা।

ভথুৰা ॥ [ চিঞৰি ] লেতুৰা! অ লেতুৰা !!

লেতুৰা ॥ [ ওপৰলৈ চাই চাই সোমাই আহে। বয়স আদহীয়া। ] কোনে মাতে মোক ?



ভথুৰা ॥ লেতুৰা, তোৰ লৰা-ছোৱালী দুটিক থিক কৰি ৰাখিবি। [ ভিতৰলৈ প্ৰস্থান ]

লেতুৰা ॥ [ হঠাৎ এটি কান্দোনৰ সুৰ ভাহি আহে ভিতৰৰ পৰা ] কোনে কান্দে ? এয়া কমলাৰ কান্দোন। কমলা! কমলা !!

ৰাতিয়া ॥ লেতুৰা, তই জান নাজান চিলিম হেৰুৱা অপৰাধত ৰজাই আমাক কাটি দুচেৰা কৰিব।

লেতুৰা ॥ [ শূন্যলৈ চাই ] নচসা শূল! নচসা শূল !!

ৰাতিয়া ॥ বুজিছ লেতুৰা, মই কিন্তু অবয়সতে মৰিব নোৱাৰো।
[ ভিতৰলৈ সোমাই যায়। ]

অৰুণা ॥ দেউতা, তুমি অবয়সতে মৰিব খোজা নে নাই ? [ হাতত ধৰে। ]

লেতুৰা ॥ সোৱা [ ওপৰলৈ দেখুৱাই ] তহঁতৰ মাৰাই মোক হাত বাউল দি মাতিছে।

তৰুণ ॥ নহয় দেউতা, মাই শ্মসানৰ পৰা হাঁহিছে।

লেতুৰা ॥ ঠিকেই, মাৰাই হাঁহিছে। [ ভিতৰৰ পৰা নাৰীৰ হাঁহি ভাহি আহে। ] হাঁহিছে।...হাঁহিছে।

তৰুণ ॥ মাই কাৰ কাৰণে জীৱন পালে ?

অৰুণা ॥ মহাদেৱৰ ভাঙোৰ ভক্তসকলৰ কাৰনে।

লেতুৰা ॥ ওহঁতৰ মাৰক মই ভাংৰ জালাত নিজ হাতে হত্যা কৰিছোঁ।
[ দুয়োৰো গলত ধৰি কান্দে। ]

তৰুণ ॥ অৰুণা, তয়ো চকু পানী পেলা।

অৰুণা ॥ মোৰ নিচিনা ছোৱালী বোৰে হাঁহে হে।
[ভিতৰত ৰাতিয়াই ওখ চাংৰ পৰা খহি পৰা শব্দ হয়।...মৰিলোঁ, অহ, হ...]

লেতুৰা ॥ কাৰোবাৰ কিবা হ'ল।

অৰুণা ॥ ৰাতিয়া ককা সৰগৰ পৰা খহি পৰিল।

লেতুৰা ॥ মানুহৰ জীৱন-মৰণ আছেই।

তৰুণ ॥ ৰজা আৰু ভাঙে মানুহৰ মৰনক জয় কৰিছে।

অৰুণা ॥ ভথুৰা ককাই ৰজাৰ ওচৰলৈ ভাঙৰ টোপোলা লৈ যাব।

তৰুণ ॥ দূৰ, ভাং আকৌ লৈ যাব কিয় ? মণি মুকুতা লৈ যাব।

অৰুণা ॥ মোৰ ফুটা মণিডালকে ৰজাক দিম।
[ অৰুণাই নাচি নাচি ভিতৰলৈ প্ৰস্থান। ]

লেতুৰা ॥ মুকুতাৰে ৰজাই কি কৰিব ?

তৰুণ ॥ অমৃত কিনি খাব।

লেতুৰা ॥ অমৃতেৰে কি কৰিব ?

তৰুণ ॥ দেৱতা হব।

লেতুৰা ॥ দেৱতা ! দেৱতা !!

তৰুণ ॥ আৰু মহাদেৱৰ ত্ৰিশূল !

লেতুৰা ॥ [ অট্টহাঁহি মাৰি ] হাঃ হাঃ হাঃ সংসাৰ খনেই এপাট বিৰাট ত্ৰিশূল।

[ ভিতৰলৈ প্ৰস্থান ]

ৰাতিয়া ॥ [ কেকাই গেঠাই প্ৰৱেশ ] অ তৰুণ, তৰুণ,...মই মৰিলো ঐ।

তৰুণ ॥ তুমি চাংত উঠি সৰগলৈ যাব বিচাৰিছিলা।

ৰাতিয়া ॥ অহ, অহ, জখলাৰ পৰা পিছলি পৰিলোঁ।

তৰুণ ॥ [ ৰাতিয়াৰ কপাল পিতিকি চায়। ] ৰঙা চিয়াহি আৰু তেজ দেখিবলৈ একেই।

ৰাতিয়া ॥ অহ, অহ,...বৰ দুঃখ পাইছোঁ।

তৰুণ ॥ চিলিমটো হেৰুৱাতকৈও বেছি দুঃখ নে ?

ভথুৰা ॥ [ সাজি পাৰি প্ৰৱেশ। কান্ধত জোলোঙা। ] মই ৰজাৰ ওচৰলৈ ওলালোঁ।

তৰুণ ॥ কাৰ বিৰুদ্ধে গোচৰ দিবা ?

ভথুৰা ॥ তোৰ বিৰুদ্ধে।

অৰুণা ॥ [ প্ৰৱেশ ] নহয় ককা, মোৰ বিৰুদ্ধে।

ভথুৰা ॥ [ অৰুণাক ] অ, তোৰ বিৰুদ্ধে।

তৰুণ ॥ [ হাঁহি ] নহয় ককা, মোৰ বিৰুদ্ধে।

ভথুৰা ॥ [ তৰুনক ] অ, তইহে চোৰ।

অৰুণা ॥ [ হাঁহি কয় ] ককাই যে কি কয় ? মই হে চোৰ ?

ভথুৰা ॥ [ অৰুনাক ] অ তইহে চোৰ !

তৰুণ ॥ [ হাঁহি ] মই হে চোৰ।

ভথুৰা ॥ [ তৰুণক ] অ, তই চোৰ।

অৰুণা ॥ [ হাঁহি ] ককাৰ পেটটোৱে চোৰ।

ভথুৰা ॥ [ খংত·অৰুণাক ] তই হে চোৰ।

তৰুণ ॥ [ হাঁহি ] ককাৰ জোলোঙাখনে চোৰ।



ভথুৰা ॥ [ তৰুণক ঘঙত কয় ] অ তইহে চোৰ।

অৰুণা ॥ ককাৰ লেংটিডালে চোৰ।

ভথুৰা ॥ [ অৰুনাক খঙতে কয় ] অ তইহে চোৰ।

তৰুণ ॥ ককাৰ এড়িয়া কোট টোহে চোৰ।

ভথুৰা ॥ [ তৰুণক ] তয়ে চোৰ।

অৰুণা ॥ [ হাঁহি ] ককাই হে চোৰ।

[ ভথুৰাই খঙতে চাৰিও পিনে কৈ ফুৰে—'তইহে চোৰ'—'তইহে চোৰ'। কৈ কৈ ভথুৰাই জ্ঞান হেৰুৱায়। ওপৰত-তলত-শূন্যত—'তই চোৰ' বুলি চিঞৰি চিঞৰি কৈ ফুৰে। অৱশেষত 'তই চোৰ' বলি চিঞৰি চিঞৰি ওলাই যায়। ]

ৰাতিয়া ॥ [ হাঁহি থকা তৰুণক সোধে। ]...অ তৰুণ, আমাৰ অৱস্থা এতিয়া কি হব ?...[ কান্দি কান্দি ] অ তৰুণ...

তৰুণ ॥ মই ৰজাৰলৈ নতুন চিলিম এটিকে বিচাৰি যাওঁ।

ৰাতিয়া ॥ ৰাম, ৰাম, ভগৱান আৰু ৰজা একেই।

অৰুণা ॥ মোৰ হাতত চিলিমটো আছে।

ৰাতিয়া ॥ [ আনন্দত ] ঐ লেতুৰা, লেতুৰা !!...

অৰুণা ॥ চুপ, [ ৰাতিয়াক আঙুলিৰে বাধা কৰি প্ৰস্থান কৰে। ]

ৰাতিয়া ॥ কিন্তু এতিয়া চিলিম পালে কি হব ?...কি হব ?

তৰুণ ॥ এটা চিলিম পাবাই।

ৰাতিয়া ॥ ওহো নাই,—নাই...নহব। = আমি মৰিলোঁ। নিগমে মৰিলোঁ।

লেতুৰা ॥ [ শূন্যলৈ চাই ] তেজ। তেজ !!...

ৰাতিয়া ॥ [ কান্দি ] চিলিম পাইও কোনো লাভ নহল লেতুৰা।

লেতুৰা ॥ [ শূন্যলৈ চাই ] খেতিয়কৰ. তেজ! ছাত্ৰৰ তেজ! বনুৱাৰ তেজ! ...কেচা তেজ! ৰজাৰ তৰোৱাল, ইহঁতৰ হাতত ৰঙা নিচান।...হাঃ হাঃ হাঃ.........

ৰাতিয়া ॥ [ ভয়তে কঁপে। তৰুণক কয়। ] তৰুণ, মোৰ বৰ পিয়াহ লাগিছে।

[ অৰুণাই এটি চিলিমৰ আকৃতিৰ কাঠবকলাৰ চুঙা মুৰত টুপী কৰি সোমাই লৈ আহে। অৰুনে হাঁহে। ]

লেতুৰা ॥ অৰুনাক গলত চেপি ধৰে। ] তোক যদি মাৰি পেলাওঁ —

[ অৰুণাৰ মুৰৰ পৰা চিলিম খহি পৰে। ]

[ ৰাতিয়াই লেতুৰাক টানি আনে। এনেতে ৰজাৰ বাগীৰ শব্দ হয়। ]

বাতিয়া ॥ [ ভয়তে কঁপি । ] ৰজা আহিছে । ৰজা আহিছে ।

[ লেতুৰা অচল অটল । অৰুণাৰ প্ৰস্থান । ৰজা, অমাত্য, ৰক্ষীৰ প্ৰৱেশ । ]

ৰজা ॥ [ চিলিমটো হাতত লয় । ] অতীৱ সুন্দৰ,
কোন এই শিল্পী প্ৰৱৰ
কৰিছে নিৰ্মান
চিলিম আমাৰ ?

ভথুৰা ॥ [ আঠু লয় । ] প্ৰভু ঈশ্বৰ, এই বিষয়ে মই একোৱে নাজানোঁ ।

মন্ত্ৰী ॥ কিন্তু,
এয়া তোৰ ঘৰ
তোৰ বাৰী,
কৰিছোঁ দৰ্শন
চিলিম প্ৰতিকৃতি ।
কৰিছিল প্ৰদান
লক্ষী পূৰ্ণীমাত
অভিশেষকৰ দিনা
ৰাজন আমাৰ ।

অৰুণ ॥ [ প্ৰৱেশ । মূৰ দোৱাই ] দেউতা ঈশ্বৰ,
মোৰেই ভনী তাই
নাম তাইৰ অৰুণা মণি ।
নিজ হাতে কৰিছে তাই
দিছে উপহাৰ
ৰাজনক আমাৰ
এই চিলিম প্ৰতিকৃতি ।

ৰজা ॥ [ তিব্ৰভাবে চায় ] কৰিছোঁ গ্ৰহণ
এই উপহাৰ
অৰুণা মণিৰ
কিন্তু
হলোহেঁতেন সুখী
যদিহে দিলেহেঁতেন
নিজ হাতেৰে
এই চিলিম প্ৰতিকৃতি



অৰুণ ॥ সৰু ছোৱালী তাই
ৰাজনৰ আগমনৰ বাৰ্ত্তা পাই
তাই আনন্দত বাউলী ।

মন্ত্ৰী ॥ আমি ভাল পাওঁ
নাচ গান
ফুলৰ সুবাস—
আৰু
অবোধৰ সৰল হাঁহি ।
কিন্তু
আজি যে আনন্দৰ
সময় নহয়
নহয় মন কল্পনা বিলাসী ।

ৰজা ॥ [ ভথুৰাক ] মাত তাইক
শুধিম প্ৰশ্ন
দিব লাগিব উলিয়াই
চিলিম আমাৰ ।
যতেই নাথাকক কিয়
স্বৰ্গ-মৰ্ত্ত-কিম্বা
পাতালৰ পৰা ।

তৰুণ ॥ প্ৰভু ঈশ্বৰ,
এয়া আপোনাৰ
অতিকে সুবিচাৰ ।
পেন্দুকনা ছোৱালী তাই
দিব পাৰিব
চিলিম উলিয়ায় ।

ৰজা ॥ [ খঙত ] ভথুৰা !

ভথুৰা ॥ [ ভয়তে কঁপি কঁপি ] প্ৰভু ঈশ্বৰ !

ৰজা ॥ ৰাজ আদেশ অমান্য কৰিলে
হয়তো হব পাৰে মৃত্যুৰ আদেশ ।

নচসা শূল, বলিয়া হাতী
উত্তপ্ত তেলৰ কূপ
এইবোৰ দেখিছ কেতিয়াবা ?
[ ৰজাক সভয়ে সেৱা জনাই ভথুৰাৰ প্ৰস্থান । ]

তৰুণ ॥ কিন্তু হে ৰাজন,
হাতী অতীৱ শক্তিমান,
কিন্তু নহয় শক্তিশালী
নগন্য মাখিৰ সমান ।

অমাত্য ॥ দুৰ্ব্বোধ,
নাজননে তই
সম্মুখত কোন তোৰ
হৈছে দণ্ডায়মান ।
ত্ৰানকৰ্ত্তা দুঃখ হৰ্ত্তা
ৰাজন আমাৰ ।

ৰক্ষী ॥ ৰক্ষী,
আদেশ ৰজাৰ
কৰা প্ৰহাৰ
যেতিয়ালৈকে
নহয় মুখ বন্ধ
এই কুলাঙ্গাৰ ।
[ ৰক্ষায়ে চাবুক তোলে । ]

অমাত্য ॥ [ ৰক্ষীক বাধা কৰে । ৰজাক উদ্দেশ্য কৰি কয় । ] হে ৰাজন,
দুৰ্ব্বলীয়ে কৰে আস্ফালন— ।
সেই আস্ফালনত
হিমালয় নকপেঁ ।
নবয় লুইত ওলোটা ধাৰে ।
বলীয়ে চিকা মাৰি
হাত নাগোন্ধায় ।



ৰজা ॥ ঠিকেই মন্ত্ৰী প্ৰবৰ
হৈছিল ভুল
শুনিছোঁ মই
প্ৰলাপ পাগলৰ ।

[ তৰুণক ] হে পাগল,
গাই যা তব
অৰ্থহীন বচন
নাজাগে আমাৰ
অন্তৰ কম্পন ।

তৰুণ ॥ আপুনি ৰাজন,
সৰ্ব্বশক্তিমান
চোৰ মই
কৰিব ৰক্ষা
দিম উপঢৌকন ।
ৰাজনক আমাৰ ।

[ ভথুৱাই অৰুণাক আনি ৰজাৰ ওচৰত থিয় কৰায় । ভথুৱা আৰু অৰুণাই আঁঠুলয় । ]

অমাত্য ॥ অৰুণা মণি ।

অৰুণা ॥ [ অমাত্যৰ ওচৰত মুৰ দোৱায় ] কওঁক ।

অমাত্য ॥ কচোন বাৰু,
আমাৰ মহাৰাজ কেনেকুৱা ?
চালে চকুৰোৱা ?

অমাত্য ॥ কাৰ্ত্তিকৰ দৰে ধুনীয়া ।

অমাত্য ॥ সুন্দৰ,
কচোন তয়ে বাৰু
কেনেকুৱা দেখিবলৈ
মহাৰাজ পৰিহিত
এই ৰাজ পোচাক ?

অৰুণা ॥ চকু মুখ চাট্ মাৰি ধৰে।

অমাত্য ॥ অতীব সুন্দৰ,
আৰু
তয়ে বাৰু কচোন
শুৱাবনে তোৰ ককাক
যদিহে পিন্ধাও আসি
এই ৰাজ পোচাক।

অৰুণামণি ॥ ককাক দেখিবলৈ ভূতটোৰ দৰে।

অমাত্য ॥ অৰুণামণি,
আছে দেখোন তোৰ ককাৰ
চকু-মুখ হাত-ভৰি।

অৰুণা ॥ আছে কিন্তু লেং পেন।

অমাত্য ॥ অন্ন বস্ত্ৰ
সকলো কৰিছোঁ প্ৰদান
তথাপি এনেকুৱা অৱস্থা
তোৰ বুঢ়া ককাৰ ?
হয়তোবা হব পাৰে
কিবা অচিন্ বেমাৰ।

অৰুণা ॥ বেমাৰ, অ ভাং খোৱা বেমাৰ।

ৰজা ॥ ৰক্ষী!

ৰক্ষী ॥ [ আঠুলয়া। ] মহাৰাজ!

ৰজা ॥ পিন্ধোৱা
অৰুণাৰ সুকোমল হাতত
লোৰ শিকলি।

[ ৰজাই ভৰিৰে চিলিমটো গচকি ভাঙে। অৰুণাক বন্দী কৰে। ]

অৰুণা ॥ [ আকুল ভাবে। ] ককা!



তৰুণ ॥ সুন্দৰ বিচাৰ,
চোৰ মই
কিন্তু
শাস্তি পাব
অৰুণা মণিয়ে।

ৰজা ॥ [ মন্ত্ৰীক ] মন্ত্ৰী প্ৰৱৰ!
সুসুধিব মোক
কিয়বা কৰিলো বন্দী
এই অৰুণামণিক।
মাধোন থওক জানি
চিলিম চুৰত
অপৰাধত অপৰাধী
এই অবোধ ছোৱালী।

অৰুণা ॥ [ আকুল ভাবে ] নাই, নাই, মই চোৰ নহয়। মই চোৰ নহয়।

অমাত্য ॥ আপুনি নৃপবৰ
শাহান্সা আকবৰ
ৰাজদণ্ড আপোনাৰ
হাতৰ মুঠিত।
জানোঁ মই
চিৰ দিনে আপুনি
ৰাজদ্ৰোহীক দণ্ড বিহিব উচিত।

অৰুণা ॥ মই চুৰি কৰিম কিয় ?...লাগিলে মোৰ সৰু চুটকেচটো চাব পাৰে।

ৰজা ॥ লৈ যা এইক
থম কাৰাগাৰত
নিক্ষেপিম চাবুক
লম ওদাৰক
কৰ নতুবা জীৰ
এই নাৰকী।
লৈ যা—

[ ৰক্ষীয়ে অৰুনাক টানি লৈ যায়। আগে আগে ৰজা, তাৰ পিছত অমাত্য, আৰু শেষত ৰক্ষী। অৰুণাই 'ককা' 'ককা' বুলি চিঞৰে। লেতুৰা হতে ৰজাৰ ৰক্ষীক বাধা দিব বিচাৰে. কিন্তু নোৱাৰে। বাগীৰ শব্দ লাহে লাহে মাৰ যায়। ]

তৰুণ ॥ এদিন আমাৰ সকলো আছিল। কিন্তু আজি গৰু-ছাগলী, ঘৰ—বাৰী, একোৱে নাইকিয়া হ'ল। কিয় নোহোৱা হ'ল ? কাৰ কাৰণে নোহোৱা হ'ল ? আমাৰ নিজৰ কাৰণে নোহোৱা হ'ল। চিলিম হুপি বহি থাকিলে মাটি-বাৰী নাথাকে।···

বাকী আছিলোঁ এই মানুহ কেইজন। তাৰো আজি চিলিমটোৰ বিনিময়ত ৰজাক আমাৰ মৰমৰ অৰুণাক দি দিব লগা হ'ল।···নহয়, নহয়, অৰুণাক আমি দিয়া নাই। ৰজাই জোৰ কৈ লৈ গৈছে।···[ ভথুৰাক ] ভথুৰা ককা, অৰুণাক মুকলি কৰিব পাৰিবা ?···[ ৰাতিয়াক ] ৰাতিয়া ককা, অৰুণাক মুকলি কৰিব পাৰিবা ?···[ লেতুৰাক ] দেউতা, অৰুণাক মুকলি কৰিব পাৰিবা ?

[ সকলো নীৰৱ ]···নাই, নাই তোমালোকে নোৱাৰা। অৰুণা তোমালোকৰ কোন ? হালৰ গৰু হাল তোমালোকৰ কোন ? পথাৰৰ মাটি বাৰী-তোমালোকৰ কোন ? [ সকলো নীৰৱ ]···কিন্তু ইয়াৰ পিছত তোমালোকৰ কি নোহোৱা হব জানা ?'

লেতুৰা ॥ পোৱা,-নোপোৱাৰ প্ৰতি আমাৰ চিন্তা নাই।

ৰাতিয়া ॥ হেৰৌ লেতুৰা, আমাৰ চিলিমটো তেনেহলে অৰুণাই-নিলে ?

লেতুৰা । আমাৰ কাৰণে- সৰগ নৰক একেই কথা।

তৰুণ ॥ সুন্দৰ
সুন্দৰ তোমালোক
আৰু সুন্দৰ মই।
সুন্দৰ অচল অটল।
মেয়ো অচল অটল ।
মাতৃৰ মুকত্ব
ভনীৰ বন্দীত্ব
সাধাৰণ কথা। [ ভিতৰলৈ প্ৰস্থান ]



ৰাতিয়া ॥ লেতুৰা বোপা, সচাকৈয়ে চিলিমটোৰ বাবেই এইবোৰ হ'ল নেকি ?

লেতুৰা ॥ [ ওপৰলৈ দেখুৱাই ] সৌৱা, সৌৱা, চিলিম।

ৰাতিয়া ॥ [ ভথুৰাক ] অ ভথুৰা, চাচোন চিলিম টো।

[ তিনিওৱে এঠাই স্থিৰ দৃষ্টি ৰাখি ওপৰলৈ চাই থাকে। ]

ভথুৰা ॥ [ শূন্যলৈ চাই ] সেয়া চিলিম নহয়, সেয়া হৈছে অৰুনা।···( আকুল ভাবে ) অৰুণা !

ৰাতিয়া ॥ [ শূন্যলৈ চাই ] অৰুনা নে চিলিম, চিলিম নে অৰুনা ?

ভথুৰা ॥ [ শূন্যলৈ চাই ] অৰুনা নহয় চিলিমহে।···সৌটো আমাৰ চিলিম।

তৰুণ ॥ [ প্ৰৱেশ। চিলিম আগবঢ়ায় ] চিলিমটো লোৱা।

ৰাতিয়া, ভথুৰা, লেতুৰা ॥ [ চিলিমটো দেখি আনন্দেতে হাঁহে ]

ভথুৰা ॥ [ চিলিমটো লয় ] ক'ত পালি ? কত পালি ?

তৰুণ ॥ এইখন নাটৰ জনম দিবৰ বাবেই মেয়ে লুকাই থৈছিলোঁ।

ভথুৰা+ৰাতিয়া+লেতুৰা ॥ [ আচৰিত হৈ ] নাটক ?

তৰুণ ॥ অ নাটক।

ভথুৰা ॥ কিন্তু কিয় নাটক কৰিব লগা হ'ল ?

তৰুণ ॥ তোমালোকৰ পৰিবৰ্ত্তনৰ কাৰণে।

[ ৰাতিয়া, লেতুৰা, আৰু ভথুৰাই হো হোকৈ হাঁহি হাঁহি চিলিমটো সাবটি লয়। চিলিমটো হাতত লৈ তিনিও এপাক ঘূৰে আৰু জঠৰ হৈ পৰে। ]

তৰুণ ॥ [ আবৃত্তি ] বৰ্ষা—হেমন্ত—শীত
আৰু যে বসন্ত
গতি পথ
এটি পাপ বৃত্ত ;
যি বৃত্ত
আমাৰো আকাঙ্খিত।
আমি কৃষক লাঞ্চিত
আমি বনুৱা প্ৰতাৰিত

আমি তৰুণ আহত
ৰঙা পতাকা আমাৰ পতিত
এই পৰিধি
আমাৰও গতি পথ।
আমি ঘূৰিছোঁ
ঘূৰিছোঁ···ঘূৰিছোঁ···ঘূৰিছোঁ···

[ আৰু কাপোৰ ॥ ]